# সাম্ৰাজ্যবাদ
# আৰু
# উপনিবেশবাদ
## অতীত আৰু বৰ্তমান

গিয়ৰ্গি কদেস্কো

ছোভিয়েত দেশ প্ৰকাশনী : কলিকতা
জানুৱাৰী ১৯৬৯

Calcutta 1969

# Imperialism and Colonialism

## Past and present

(*Assamese*)

Georgi Rudenko

**Price : 40 Paise** **বেচ : ৪০ পইচা**

ছোভিয়েত ইউনিয়নৰ কলিকতাত থকা বাতৰি যোগনিয়াৰ বিভাগৰ দ্বাৰা ১/১ উড ষ্ট্ৰীট, কলিকতা-১৬ৰপৰা প্ৰকাশিত আৰু পূৰ্বোদয় প্ৰেছ, ১০ কৈলাস বোস ষ্ট্ৰীট, কলিকতা-৬ৰপৰা মুদ্ৰিত।

# সূচীপত্ৰ


## সাম্ৰাজ্যবাদ কি ?

| | |
|---|---|
| শতাব্দীৰ সূচনাত সাম্ৰাজ্যবাদ সম্পৰ্কে ধাৰণা | ৫ |
| পুঁজিবাদৰ সাম্ৰাজ্যবাদলৈ বিবৰ্তন | ৯ |

## অগ্ৰসৰ পুঁজিবাদী দেশসমূহত বিত্তীয় কুলীন গোষ্ঠীৰ (ফিনান্সিয়েল অলিগাৰ্কি) আধিপত্য

| | |
|---|---|
| একচেটিয়া পুঁজিৰ স্বাৰ্থৰ চৰিত্ৰ | ১৭ |
| উৎপাদনত একচেটিয়া নিয়ন্ত্ৰণৰ বিকাশ | |
| বিত্তীয় কুলীন গোষ্ঠীৰ সৃষ্টি .. | ২২ |
| সমাজৰ সকলো স্তৰ আৰু অংশৰ ওপৰত | |
| আধিপত্য বিস্তাৰ কৰা বিত্তীয় কুলীন গোষ্ঠীৰ | |
| “কৌশল প্ৰণালী” | ৩০ |
| বিত্তীয় কুলীন গোষ্ঠী আৰু শ্ৰমজীৱী জনসাধাৰণ | ৪২ |
| সাম্ৰাজ্যবাদৰ বশংবদবোৰৰ অন্তৰালত চাল . | ৪৮ |

## বিত্তীয় কুলীন গোষ্ঠীৰ আন্তৰ্জাতিক আধিপত্যৰ ব্যৱস্থা

| | |
|---|---|
| পুৰণা ভিত্তিৰ ওপৰত দুই-চাৰি নতুন সংযোজন . | ৫৭ |
| পুঁজিৰ ৰপ্তানি | ৫৯ |
| ব্যক্তিগত একচেটিয়া প্ৰতিষ্ঠানবোৰৰ মাজত | |
| পৃথিবীৰ বজাৰ ভগা-ভগি আৰু ৰাষ্ট্ৰীয় | |
| একচেটিয়া “সংহতিকৰণ” ... | ৭১ |
| সাম্ৰাজ্যবাদী সংহতকৰণ—পৃথিবীৰ বজাৰ | |
| ভগা-ভগিৰ এক ৰাষ্ট্ৰীয় আৰু একচেটিয়া ৰূপ ... | ৭৮ |

**ঔপনিবেশিকতাবাদ আৰু**
**নব্য-ঔপনিবেশিকতাবাদ**


ঔপনিবেশিকতাবাদ ... ৮৪

নব্য-ঔপনিবেশিকতাবাদ ... ৯৮

নব্য-ঔপনিবেশিকতাবাদৰ অৰ্থনৈতিক হাথিয়াৰ ... ১০১

নব্য-ঔপনিবেশিকতাবাদৰ ৰাজনৈতিক সঁজুলি ... ১১০

নব্য-ঔপনিবেশিকতাবাদৰ আদৰ্শগত অস্ত্ৰসম্ভাৰ ... ১১৩

সামৰণি ... ১২৭

# সাম্রাজ্যবাদ কি?
## শতাব্দীৰ সূচনাত সাম্ৰাজ্যবাদ সম্পৰ্কে ধাৰণা

উনবিংশ শতিকাৰ শেষভাগৰ বিশ্বকোষবোৰত 'সাম্রাজ্যবাদী' শব্দটোৰ ব্যাখ্যা কৰা হৈছিল সামৰিক শাসনৰ প্ৰবক্তা হিচাপে আৰু 'সাম্রাজ্যবাদ' শব্দটোৰ ব্যাখ্যা কৰা হৈছিল ৰজা আৰু মন্ত্ৰীসকলৰ মাজৰ বিশেষ এক সম্পৰ্ক বুলি বা এনে এক ৰাষ্ট্ৰীয় ব্যৱস্থা হিচাপে যি জনসাধাৰণৰ শাসনৰ আদৰ্শক স্বৈৰাচৰী অনুষ্ঠানসমূহৰ লগত যুক্ত কৰিছিল।

শতাব্দীৰ বাগৰ সলোৱাৰ লগে লগে, এই অৰ্থবোৰৰ পৰিৱৰ্তন হ'ল আৰু তেতিয়া 'সাম্রাজ্যবাদ' শব্দই উনবিংশ শতিকাৰ শেষ চতুৰ্থাংশত আৰম্ভ হোৱা ইতিহাসৰ এছোৱা সময়ক বুজাবলৈ ল'লে।

সাম্রাজ্যবাদ সম্পৰ্কে যিমানেই বেছিকৈ লিখা হ'ব ধৰিলে সিমানেই বেছিকৈ তাৰ এটা সুসঙ্গত সূত্ৰৰ প্ৰয়োজন জৰুৰী হৈ পৰিল। **সাম্রাজ্যবাদৰ দৰ্শন** (পেৰিচ ১৯০৪-৭) নামৰ চাৰিখণ্ডৰ কিতাপখনৰ গ্ৰন্থকাৰ ফৰাচী দাৰ্শনিক আৰ্নেষ্ট ছেইলিয়েৰেই সাম্রাজ্যবাদৰ এটা সূত্ৰ দাঙি ধৰিবলৈ চেষ্টা কৰাসকলৰ ভিতৰত প্ৰথম। তেওঁ লিখিছিল—"সকলো মানবীয় কৰ্ম-কাণ্ডৰ মূল উৎস হ'ল যেই কোনো জীৱৰ ভিতৰতে নিজৰপৰা বাঢ়িবলৈ সম্প্ৰসাৰিত হোৱাৰ বাবে থকা অদমনীয় মনোধাৰা। খ্ৰীষ্টীয় ধৰ্মতত্ত্বই এই মনোধাৰাক 'আধিপত্যৰ মনোভাৱ' বুলি কৈছে, আনহাতে হবচে ইয়াক 'শাসন কৰাৰ স্পৃহা' আৰু নীৎসেই 'ক্ষমতাৰ বাবে প্ৰযত্ন' বুলি অভিহিত কৰিছে। আমাৰ মত হ'ল যে ইয়াক 'সাম্রাজ্যবাদ' এই এক নামেৰে অভিহিত কৰা হওক, ই এনে এক সংজ্ঞা যাৰ পূৰ্ণ অৰ্থ আমাৰ সময়ৰ ঘটনাৱলীয়ে—জাজ্বল্যমান কৰি দেখুৱাইছে।"

তেওঁৰ সময়ৰ মতধাৰাবোৰ বিধিবদ্ধ কৰা এডৱাৰ্ড বড নামৰ আন এজন

ফৰাচী দাৰ্শনিকে সাম্ৰাজ্যবাদৰ নিম্নোক্ত ব্যাখ্যা দিছিল :—"সাম্ৰাজ্যবাদ হৈছে সকলো জীৱ আৰু যৌথ সত্তাৰ মাজত সাধাৰণভাৱে থকা সম্প্ৰসাৰণৰ এক স্পৃহা ; ইয়াৰ বাবেই ইবোৰে বিকাশ লাভ কৰে, বাঢ়ি আহে আৰু পৃথিৱীত ক্ৰমান্বয়ে অধিকতৰ স্থান আগুৰি লয়, অধিকতৰ বায়ু আৰু পোহৰ ভোগ কৰে। অৰণ্যত যিবোৰ গছে সৰু-সুৰা গছ-গছনিক তাৰ ছাঁৰ তলত মৰিমূৰ কাৰে সেইবোৰ গছ ব্যক্তি হিচাপে সাম্ৰাজ্যবাদী। অৰণ্যই নিজে যৌথ সাম্ৰাজ্যবাদৰ অভ্যাস কৰে যেতিয়া সি চুবুৰীয়া অঞ্চললৈ বিয়পে। পকুৱা টিপৰ পকুৱা বাহিনীয়ে যেতিয়া আন এটা বাহিনীৰ বিৰুদ্ধে যুদ্ধত নামি পৰে সেয়া জাতীয় সাম্ৰাজ্যবাদৰ দৃষ্টান্ত। কুকুৰে যে মেকুৰীক খেদে আৰু মেকুৰীয়ে যে এন্দুৰ বধ কৰে এই কথাই সম্ভৱ আমাক মানৱজাতিৰ বেলেগ বেলেগ গোষ্ঠীৰ মাজত থকা জাতিগত সাম্ৰাজ্যবাদ কেনে ধৰণৰ হ'ব তাৰ কিছু ধাৰণা দিয়ে। এইভাৱেই এই নতুন সৃষ্ট শব্দটো আচলতে প্ৰকৃতি আৰু জীৱনৰ চিৰাচৰিত নিয়মৰ স্বীকৃতি।"

গতিকে এই কথা স্পষ্ট যে, আনকি বিংশ শতাব্দীৰ পাতনিতো বুৰ্জোৱা বৈজ্ঞানিকসকলে সাম্ৰাজ্যবাদৰ মূল প্ৰকৃতিৰ ব্যাখ্যা কৰি বিচাৰিছিল বুৰ্জোৱা আধিপত্যৰ এক বিশেষ ঐতিহাসিক ৰূপৰ পৰিৱৰ্তে সকলো জৈৱ বস্তুৰ এক সনাতন অধি-ঐতিহাসিক ধৰ্ম হিচাপে।

উদাৰনৈতিক বুৰ্জোৱা দাৰ্শনিকসকলে ইয়াতকৈ কিছু পৃথক মত প্ৰকাশ কৰিছিল, এইসকলৰ আটাইতকৈ প্ৰতিনিধিস্থানীয় আছিল জি, এ, হবচন আৰু তেওঁ আছিল **সাম্ৰাজ্যবাদ** (১৯১২) নামৰ সেই সময়ৰ বাবে এখন উল্লেখযোগ্য গ্ৰন্থৰ প্ৰণেতা। হবচনে সাম্ৰাজ্যবাদক জৈৱ প্ৰকৃতিৰ এক দৈহিক ধৰ্ম হিচাপে বিচাৰ কৰা উদ্দেশ্যমূলক ব্যাখ্যা বৰ্জন কৰিছিল আৰু বিংশ শতিকাৰ সাম্ৰাজ্যবাদৰ সামাজিক পটভূমিকাৰ ওপৰত জোৰ দিছিল। হবচনে এই মত পোষণ কৰিছিল যে ভূখণ্ড দখল কৰাৰ নীতি এমুঠি বৃহৎ পুঁজিপতিৰ অৰ্থনৈতিক স্বাৰ্থপৰতা উদ্ভূত হৈছিল যিসকল পুঁজিপতি আছিল পুঁজিৰ ৰপ্তানিকাৰক। তথাপি, তেওঁ তেওঁৰ বিৰুদ্ধীপক্ষৰ লগত এটা বিষয়ত একমত হৈছিল—সিয়ে হ'ল সাম্ৰাজ্যবাদক কেৱল ঔপনিবেশিক সম্প্ৰসাৰণৰ এক নীতি হিচাপে বিবেচনা কৰা। সেই কাৰণেই সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংগ্ৰামৰ তেওঁৰ কাৰ্যসূচী বৃহৎ পুঁজিৰ ওপৰত প্ৰশাসনীয় নিয়ন্ত্ৰণ প্ৰৱৰ্তনৰ কাৰণে এনে কিছুমান

আঁচনিত পৰ্যবসিত হৈছিল—যিবোৰ আঁচনি বুৰ্জোৱাৰ পক্ষে সম্পূৰ্ণ অপকাৰ শূন্য আছিল। কিন্তু ট্ৰাষ্ট আৰু বেঙ্কবোৰৰ বিৰুদ্ধে কৰা যি সংগ্ৰামে সিহঁতৰ অৰ্থনৈতিক ভেটিত আঘাত নকৰে সেই সংগ্ৰাম বুৰ্জোৱা সংস্কাৰবাদ আৰু শান্তিবাদৰ বাহিৰে আন একো নহয়, সি কেৱল নিৰ্দোষ, সন্তাৰৰ অনুৰোধ।

সাম্ৰাজ্যবাদৰ মূলগত প্ৰকৃতি বুজাত আৰু, হিলফাৰদিঙে তেওঁৰ **ফিনান্স কেপিটেল** ( ১৯১২ ) গ্ৰন্থত তাৎপৰ্যপূৰ্ণ অগ্ৰগতিৰ পৰিচয় দিলে। এই গ্ৰন্থতেই প্ৰথমবাৰৰ কাৰণে সাম্ৰাজ্যবাদক কোনো বিশেষ শাসক আৰু ব্যৱসায়ী গোষ্ঠীৰ নীতি বুলিয়েই নহয়, লগে লগে অৰ্থনৈতিক বিকাশৰ ধাৰাত সিনলাকৰ ইচ্ছা নিৰ্বিশেষে গঢ়ি উঠা আৰু পুঁজিবাদী সমাজব্যৱস্থাৰ অৰ্থনৈতিক পাৰিস্থিতিৰ পৰিৱৰ্তনে সৃষ্টি কৰা পুঁজিবাদৰেই ইতিহাসৰ এটা স্তৰ হিচাপে বিবেচনা কৰা হয়। কিন্তু হিলফাৰদিঙে বিশ্বাস কৰিছিল যে এই পৰিৱৰ্তনবোৰ উদ্ভৱ হৈছিল প্ৰথমতঃ সঞ্চালনৰ ক্ষেত্ৰ—বেঙ্ক, ঋণ আৰু ফিনান্স—আদিৰপৰা, কিন্তু বৌথিক উৎপাদনক্ষেত্ৰৰপৰা নহয়। তেওঁৰ মতবাদে 'সংগঠিত পুঁজিবাদৰ কুখ্যাত অবৈজ্ঞানিক তত্ত্বৰ জন্ম দান কৰি দিলে আৰু ইয়াৰ দ্বাৰা উৎপাদনৰ আহিলা পাতিৰ ওপৰত থকা মালিকাৰ অধিকাৰ অক্ষত বাখি সংস্কাৰ আৰু সঞ্চালনৰ ক্ষেত্ৰৰ সামাজিকীকৰণৰ দ্বাৰা সমাজতন্ত্ৰলৈ উত্তৰণক খাপ খোৱা প্ৰতিপন্ন কৰা হয়। ৭৬ শতিকাৰ আৰম্ভণিতে সাম্ৰাজ্যবাদ সম্পৰ্কে তাৰ সমৰ্থকবোৰৰ মাজত যি মত প্ৰচলিত আছিল সি আজিও সাম্ৰাজ্যবাদী স্বাৰ্থৰ সেৱা কৰি আছে।

বুৰ্জোৱাবিলাকক সাম্ৰাজ্যবাদৰ প্ৰকৃত ৰূপ ঢাকিবৰ কাৰণে সহায় কৰা আধুনিক তত্ত্ববোৰ কি? অতি ব্যাপকবোৰৰ ভিতৰত এটা হৈছে সাম্ৰাজ্য-বাদক সকলো জৈৱ প্ৰকৃতিৰ ভিতৰত আৰু সিহঁতৰ 'সম্প্ৰসাৰণৰ কাৰণে প্ৰচেষ্টা'ৰ ভিতৰত থকা এক জন্মজ প্ৰবৃত্তি হিচাপে চিত্ৰিত কৰাৰ প্ৰৱণতা।

আন এটা প্ৰৱণতা হৈছে সাম্ৰাজ্যবাদক ৰাজনীতিৰ লগত এক কৰি দেখুওৱা। ইয়াৰ ওপৰত ভিত্তি কৰি হোৱা তত্ত্ববোৰে পুঁজিবাদী ব্যৱস্থাৰ অৰ্থনৈতিক ভিত্তিৰ বৈপ্লৱিক পৰিৱৰ্তন সাধন নকৰাকৈ 'কু' ৰাজনীতিবিদ-সকলক 'সু' ৰাজনীতিবিদৰদ্বাৰা আঁতৰোৱাৰ জৰিয়তে সাম্ৰাজ্যবাদক অতিক্ৰম কৰিব পৰা হ'ব এনে আশাৰ উদ্ৰেক কৰে।

তৃতীয় এটা প্ৰৱণতা হৈছে সাম্ৰাজ্যবাদৰ উৎস বাস্তৱ উৎপাদনৰ জগতৰ ভিতৰত নিহিত বুলি ভবাৰ পৰিৱৰ্তে ঋণ, ফিনান্স আদিৰ ক্ষেত্ৰত আৰু বুলি ভবাটো। এই প্ৰৱণতাই বুৰ্জোৱাৰ হাতত উৎপাদনৰ আহিলাপাতি এৰি দি কেৱল সঞ্চালনৰ ক্ষেত্ৰক প্ৰভাৱান্বিত কৰাৰ জৰিয়তে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংগ্ৰামৰ সংস্কাৰবাদী তত্ত্বৰ ভেটি তৈয়াৰ কৰে।

চতুৰ্থ প্ৰৱণতা এটা হৈছে সাম্ৰাজ্যবাদক ঔপনিবেশিকতাবাদৰ লগত এক কৰি দেখুওৱা। ই পুৰণা পৃথিৱীৰ ওকালতি কৰাবোৰৰ পক্ষে ঔপনিবেশিক ব্যৱস্থা ভাগি পৰা কথাটোক ব্যৱহাৰ কৰি তাকেই সাম্ৰাজ্যবাদৰ সমাপ্তি বুলি ব্যাখ্যা কৰা সম্ভৱ কৰি তোলে।

স্পষ্টতঃ, এই সকলোবোৰ তত্ত্বই সাম্ৰাজ্যবাদৰ কোনো এক বাহ্যিক দিশ, বা কোনো বিশেষ ৰূপ বা বৈশিষ্ট্যৰ লগত সাম্ৰাজ্যবাদৰ মূলগত প্ৰকৃতি এক বুলি খেলিমেলিৰ সৃষ্টি কৰে।

# পুঁজিবাদৰ সাম্ৰাজ্যবাদলৈ বিৱৰ্তন

কোনো নিৰ্দিষ্ট এক শাসক শ্ৰেণীৰ নীতিৰ দ্বাৰা সাম্ৰাজ্যবাদৰ পৰিমাপ কৰিব নোৱাৰি ; নাইবা পুঁজিৰ ৰপ্তানি কৰোতাসকলৰ অৰ্থনৈতিক স্বাৰ্থৰ কেৱল বিচাৰ বিশ্লেষণৰ দ্বাৰাও তাক বুজিব পৰা নহয়। সাম্ৰাজ্যবাদক সঞ্চালনৰ ক্ষেত্ৰত ঘটা ঘটনাৱলীৰ লগত এক কৰি দেখিব নোৱাৰি আৰু ই কেৱল ঔপনিবেশিক সম্প্ৰসাৰণতেই সীমাবদ্ধ নহয়। এই দিশবোৰ আৰু ঘটনাসমূহ মাত্ৰ দৃশ্যমান আৰু চিনাক্ত কৰিব পৰা কিছুমান বৈশিষ্ট্যহে।

সাম্ৰাজ্যবাদৰ মূলগত প্ৰকৃতি বুজিবলৈ হলে তাৰ বিভিন্ন দিশবোৰ পৰীক্ষা কৰা আৰু সিবোৰৰ প্ৰকৃত অৰ্থ উদ্ঘাটন কৰা প্ৰয়োজন যাতে সাম্ৰাজ্যবাদৰ এই ভিন ভিন দিশবোৰৰ সৃষ্টি কৰা মূল সাধৰণ নীতিসমূহ প্ৰতিপন্ন কৰিব পৰা যায়। সাম্ৰাজ্যবাদৰ ভিত্তি আৰু তাৰ বেলেগ বেলেগ ৰূপবোৰ এটা অবিচ্ছিন্ন সত্বা হিচাপে চাব লগিব। কেৱল তেতিয়াহে সাম্ৰাজ্যবাদক তাৰ কোনো বিশেষ ৰূপৰ লগত ভুলকৈ বুজাৰপৰা ৰেহাই পোৱা হ'ব ; আৰু এই কথাও বুজা সম্ভৱ হ'ব যে তাৰ মূলগত প্ৰকৃতিৰ কোনো পৰিৱৰ্তন নোহোৱাকৈয়ে সাম্ৰাজ্যবাদৰ বাহ্যিক বৈশিষ্ট্যসমূহৰ সময়ৰ লগে লগে পৰিৱৰ্তন হয়।

শতাব্দীৰ সামৰণিত পুঁজিবাদৰ কিছুমান গুৰুত্বপূৰ্ণ পৰিৱৰ্তন সাধিত হ'ল আৰু এইবোৰেই তাৰ পাছৰ ইতিহাসৰ গঢ় দিলে—পুঁজিবাদ সাম্ৰাজ্যবাদলৈ পৰিৱৰ্তিত হ'ল। নানা সৰুসুৰা ব্যৱসায়ীৰ প্ৰতিনিধিস্থানীয় ক্ষুদ্ৰ পৰিসৰৰ উৎপাদন ব্যৱস্থাৰপৰা পুঁজিবাদে জন্মলাভ কৰিলে। উন্নতিশীল কাৰিকৰ, বৃত্তিজীৱী, বণিকসকলেই পুঁজিপতিসকলৰ পূৰ্বগামী। তেওঁলোকে অলপ সংখ্যক শ্ৰমিক নিয়োগ কৰি সৰু-সুৰা প্ৰতিষ্ঠান স্থাপন কৰিছিল আৰু স্থানীয় গাওঁ বা আঞ্চলিক বজাৰৰ যোগান ধৰিছিল। প্ৰতি শিল্পতেই এনেকুৱা শ শ

হেজাৰ হেজাৰ প্ৰতিষ্ঠান গঢ়ি উঠিছিল। সামাজিকভাৱে প্ৰয়োজন কোনো এটা বস্তুৰ উৎপাদন অলেখ ব্যৱসায়ীৰ হাতত ন্যস্ত আছিল।

প্ৰতিযোগিতাৰ সন্মুখীন হ'বৰ কাৰণে আৰু অধিক লাভ অৰ্জনৰ কাৰণে তেওঁলোকৰ প্ৰত্যেকেই উৎপাদনৰ গুণ আৰু প্ৰণালী সততে উন্নত কৰিব লগা হৈছিল, খৰচ কমাব লগা হৈছিল, তেওঁলোকৰ উৎপাদিত বস্তুৰ মূল্য হ্ৰাস আৰু উৎপাদন আৰু বিক্ৰীৰ পৰিমাণ বঢ়াব লগা হৈছিল। সেইটোৱেই অবাধ প্ৰতিযোগিতাৰ—পুঁজিবাদৰ বিকাশ আৰু জাগৰণৰ সময় আছিল।

অবাধ প্ৰতিযোগিতাই উৎপাদনৰ ক্ৰমাগত সংলগ্নকৰণৰ সৃষ্টি কৰিলে। সময় যোৱাৰ লগে লগে অলেখ সৰু-সুৰা প্ৰতিষ্ঠানৰ মাজত কিছুমান বৃহৎ প্ৰতিষ্ঠান দেখ-দেখকৈ ওলাই আহিল। ক্ৰমান্বয়ে কাৰখানাজাত বস্তুৰ বৰ্ধমান ডাঙৰ অংশ এটাৰ উৎপাদন বৃহৎ ব্যৱসায়ীবোৰৰ হাতত কেন্দ্ৰীভূত হ'ল আৰু ইয়াৰ অৰ্থ এয়ে হ'ল যে বৃহৎ প্ৰতিষ্ঠানবোৰৰ হাতত **উৎপাদন কেন্দ্ৰীভূত** হোৱাৰ ধাৰা আৰম্ভ হ'ল।

এই শতিকাৰ আৰম্ভণিতে কেন্দ্ৰীভূতীকৰণৰ পৰিমাণৰ গুণগত পৰিৱৰ্তন হ'ল—সমাজৰ প্ৰয়োজনীয় বস্তুৰ প্ৰধানতম অংশটো কিছুমান অতিকায় প্ৰতিষ্ঠানে উৎপাদন কৰিবলৈ ললে আৰু এইবোৰেই হ'ল একচেটিয়া প্ৰতিষ্ঠান। ই পুঁজিবাদী উৎপাদনৰ ভিত্তিতেই এক গুণগত পৰিৱৰ্তনৰ সূচনা কৰিলে। অবাধ প্ৰতিযোগিতাৰ ঠাই ললে একচেটিয়া আধিপত্যই।

অবাধ প্ৰতিযোগিতাৰ সময়ত প্ৰতিজন ক্ষুদ্ৰ উৎপাদনকাৰীয়েই সমাজৰ প্ৰয়োজনৰ ওপৰত নিৰ্ভৰ কৰিছিল, কিন্তু এতিয়া স্বয়ং সমাজেই সেই একচেটিয়া পুঁজিপতিবোৰৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল হ'ব লগা হ'ল যিবোৰৰ হাতত আচল অংশ বস্তুৰ উৎপাদন আৰু বিক্ৰী কেন্দ্ৰীভূত হ'ল।

প্ৰধানকৈ বৈষয়িক উৎপাদনৰ ক্ষেত্ৰত, কিন্তু লগে লগে আন আন ক্ষেত্ৰৰ-পৰাও একচেটিয়া কৰ্তৃত্বই অবাধ প্ৰতিযোগিতাক অপসাৰণ কৰিলে। শতিকাৰ আৰম্ভণিতে বেঙ্ক মূলধন কেন্দ্ৰীভূত হোৱাটো একচেটিয়া বেঙ্ক ব্যৱসায়ত পৰিণতি লাভ কৰিলে তাৰ বহু আগতেই মূলধন ঋণৰ ক্ষেত্ৰত প্ৰৱেশ কৰিলে আৰু বেঙ্কবোৰৰ ওপৰত ভিত্তি কৰি তাৰ নিজস্ব ঋণ পদ্ধতি গঢ়ি তুলিলে। মধ্যযুগৰ মুদ্ৰা সলাওঁতাসকলৰপৰাই বেঙ্কৰ ইতিহাস আৰম্ভ হৈছে। তেওঁলোকৰ আদি

কাম আছিল মুদ্ৰা বিনিময় কৰা, বণিক আৰু উৎপাদনকাৰীসকলৰ অৰ্থৰ পৰীয়া হিচাপে আৰু পৰিশোধৰ কাম-কাজত মধ্যস্থ হিচাপে কাম কৰা। ক্ৰমান্বয়ে এনে বহুত সৰুসুৰা মধ্যস্থৰ স্থান দেখমিয়াৰভাৱে বৃহৎ বেঙ্কবোৰে অধিকাৰ কৰিলে আৰু যিবোৰে সমাজৰ অৰ্থৰ বৰ্ধমান পৰিমাণ এটা গচ্ছিত কৰিবলৈ ধৰিলে।

একচেটিয়া কাৰবাৰৰ আগমনৰ লগে লগে কেইটামান অতি বৃহদাকাৰৰ বেঙ্কে পুঁজিবাদী জগতৰ প্ৰায় সকলোখিনি অৰ্থ নিয়ন্ত্ৰণ কৰিবলৈ ধৰিলে। বেঙ্ক ব্যৱসায়ত উৎপাদনৰ ক্ষেত্ৰত হোৱাৰ দৰে একে ধৰধাৰিত পৰিণতিসহ একচেটিয়া আধিপত্য স্থাপিত হ'ল সৰুসুৰা পুঁজিপতিবোৰৰ আগৰ অবাধ প্ৰতিযোগিতাৰ ভিতৰেদি।

অগ্ৰসৰ পুঁজিবাদী দেশবোৰৰ অৰ্থনৈতিক জীৱনত এয়েই একমাত্ৰ পৰিৱৰ্তন নাছিল। বেঙ্ক আৰু উদ্যোগৰ একচেটিয়া প্ৰতিষ্ঠানসমূহৰ মাজত বান্ধোন গঢ়ি উঠা আৰু শক্তিশালী হোৱাটোৱে অৰ্থনৈতিক স্বাৰ্থসমূহৰ পাৰস্পৰিক জোট বান্ধোনৰ আৰু এই একচেটিয়া প্ৰতিষ্ঠানসমূহৰ মূলধন একত্ৰিত কৰাৰ কাৰণে বাট মুকলি কৰি দিলে। এক নতুন আৰু শক্তিশালী ধৰণৰ মূলধন আৰু ই পুঁজিবাদী উদ্যোগৰ সকলো ক্ষেত্ৰত প্ৰবেশ কৰি প্ৰতি বস্তু আৰু ব্যক্তিক তাৰ স্বাৰ্থৰ সম্পূৰ্ণ অধীনস্থ কৰিলে। এই নতুন ধৰণৰ মূলধন **বিত্তীয় মূলধন** (ফিনান্স কেপিটেল) নামে পৰিচিত হ'ল।

এমুঠি কোম্পানীয়ে বৃহৎ ব্যৱসায়ীৰ এটা বিশেষ অংশ গঠন কৰিলে। এইবোৰেই হ'ল **বিত্তীয় কুলিনাধিপতি** (ফিনান্সিয়েল অলিগাৰ্কি) যাৰ সকলো দেশতেই কেইডজন বা কেইশমান অটাইতকৈ সম্পত্তিশালী পৰিয়ালক লৈ ইবোৰ গঠিত। যিবোৰে হেজাৰ ধৰণেৰে চৰকাৰৰ যন্ত্ৰৰ লগত নিজক সংযুক্ত কৰি ৰাখিছে আৰু এই ভাবেই বুৰ্জোৱা ৰাষ্ট্ৰৰ সহায়ত নিজৰ অৰ্থনৈতিক শক্তি আৰু বেছি প্ৰবল কৰিছে। বিত্তীয় কুলীনগোষ্ঠী পুঁজিবাদী জগতৰ শাসক-গোষ্ঠীত পৰিণত হৈছে।

এজন সৰ্বসাধাৰণ ব্যৱসায়ীয়ে চুকি নোপোৱা সমৃদ্ধিৰ নতুন বাট আৰু উৎস বিনিয়োগী মূলধনে উলিয়াই ল'লে। উৎপাদনত একচেটিয়া আধিপত্য স্থাপন কৰি বৃহৎ পুঁজিপতিবোৰৰ বস্তুৰ বাবে একচেটিয়া দাম নিৰ্ধাৰণ কৰিবলৈ সক্ষম

হ'ল। এতিয়া কেৱল শ্ৰমিকসকলেই নহয়, লগে লগে সিহঁতৰ একচেটিয়া আধিপত্যৰ ভিতৰত থকা বস্তুসমূহৰ ক্ৰেতাসকল আৰু সমাজৰ সকলো অংশই সিহঁতৰ কাৰণে লাভ আনি দিলে। শ্ৰমিকসকলৰ কথা কবলৈ গ'লে, তেওঁলোকে এতিয়া দুবাৰকৈ পৰিশোধ কৰিব লগা হ'ল—উৎপাদনৰ স্থানত আৰু বস্তু কিনাৰ সময়ত।

কিন্তু বস্তুৰ উৎপাদন একচেটিয়া দামত তাৰ বিক্ৰীয়েই বৃহৎ পুঁজিপতিবোৰৰ কাৰ্যৰ একমাত্ৰ দিক নহয়। বৃহদায়তন একচেটিয়া প্ৰতিষ্ঠানসমূহ ঋণ, বীমা আৰু বাণিজ্যৰ ক্ষেত্ৰতো নিয়ন্ত্ৰণ স্থাপন কৰিলে। শ্ৰমিকসকলৰ তেজ শুহি সিহঁতে ধনৰ দোল সাজিলে।

এটা সময় আছিল যেতিয়া কেৱল শ্ৰমিকসকলেই নহয়, লগে লগে বৃহৎ পুঁজিবাদী দেশবোৰত সকলো প্ৰগতিশীল অংশৰ মানুহেই একচেটিয়া আধিপত্য অৱসানৰ কাৰণে চিন্তা কৰিবলৈ ধৰিলে।

ওপৰত উল্লেখ কৰা তথ্যকেইটাই শতিকাৰ আৰম্ভণিত বিত্তীয় পুঁজিৰ ক্ৰিয়া-কলাপ আৰু আধিপত্যৰ পূৰ্ণ পৰিসৰ দাঙি ধৰিবলৈ যথেষ্ট নহয়। সিবিলাকে অগ্ৰসৰ পুঁজিবাদী দেশবোৰত হোৱা কিছুমান অৰ্থ নৈতিক ধাৰাৰ প্ৰতিহে কেৱল দৃষ্টি আকৰ্ষণ কৰিছে। কিন্তু মাটিৰ কালি আৰু জনসংখ্যাত পৃথিৱীৰ বৃহত্তম অংশ এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ কথা যিবোৰ অঞ্চলত জাতীয় পুঁজিবাদ এতিয়াও বিকশিত হোৱা নাই – আমি বিবেচনা কৰোহক। এইবিলাক ঠাই আছিল 'শূন্যস্থান' আৰু বিদেশী বিত্তীয় পুঁজিয়ে পুঁজিবাদী বিকাশ নিয়ন্ত্ৰিত কৰা তাৰ বাস্তৱ নিয়ম অনুসৰি এই শূন্যস্থান পূৰণ কৰিবৰ কাৰণে চেষ্টা কৰিলে। আমি এতিয়া এই নিয়মবোৰৰ অতি গুৰুত্বপূৰ্ণ দিশটোৰ আলোচনা কৰিম।

যেতিয়া বিত্তীয় কুলীন গোষ্ঠীয়ে ( ফিনান্সিয়েল অলিগাৰ্কি ) সিহঁতৰ লাভ অতিশয় বৃদ্ধি কৰিলে আৰু ভাবিব নোৱাৰা ধৰণৰ অৰ্থ মজুত কৰিলে তেতিয়াই সিহঁতে নিজৰ জাতীয় সীমাৰ ভিতৰত এই অৰ্থৰ লাভজনকভাৱে নিয়োগত ক্ৰমাৎ বেছি বাধাৰ সন্মুখীন হ'ল। উৎপাদনৰ চলিত কাৰিকৰী পৰ্যায় আৰু বস্তুৰ কাৰ্যকৰী চাহিদাৰ চলিত পৰিসৰ, এই দুয়োটাই উৎপাদনৰ নূতন ধৰণৰ সম্প্ৰসাৰণৰ কাম কঠিন কৰি তুলিলে। এইভাৱেই একচেটিয়া পুঁজিয়ে কাৰিকৰী

প্ৰগতিৰ গতিবেগ কমাই দিয়াৰ অনিষ্টকাৰী প্ৰৱণতা এটাৰ সৃষ্টি কৰিলে। যি ক্ষেত্ৰত আগতে সৰু আৰু সৰ্বসাধাৰণ পুঁজিপতিয়ে প্ৰতিযোগিতাত তিষ্ঠি থাকিবৰ কাৰণে উৎপাদনৰ কৰ্ম-কৌশল উন্নত কৰাৰ কাৰণে চেষ্টা কৰিব লগা হৈছিল, একচেটিয়া পুঁজিপতিবোৰৰ ক্ষেত্ৰত সেই চালিকাশক্তিয়ে তাৰ গুৰুত্ব বহু পৰিমাণে হেৰুৱাই পেলালে।' সিহঁতৰ বস্তুৰ কাৰণে একচেটিয়া দাম নিৰ্ধাৰণ কৰি একচেটিয়া পুঁজিপতিবোৰ উৎপাদনৰ কৰ্ম-কৌশল উন্নত কৰাৰ প্ৰতি মনোনিবেশ নকৰাকৈয়ে উচ্চতম লাভ আদায় কৰিবলৈ সক্ষম হ'ল। বিত্তীয় কুলীন গোষ্ঠীয়ে এই পদ্ধতিকে খুব পচন্দ কৰিছিল, তাৰ উৎপত্তিৰ আৰম্ভণিতে যেতিয়া প্ৰথমবাৰৰ কাৰণে সিবোৰে সিহঁতৰ সম্পত্তি বৃদ্ধিৰ কাৰণে এই সুবিধা ব্যৱহাৰ কৰিব পাৰিছিল।

জাতীয় সীমাৰ ভিতৰত বিত্তীয় কুলীন গোষ্ঠীয়ে লাভজনকভাৱে মূলধন লগ্নী কৰাৰ অসুবিধা আৰু প্ৰায় অসম্ভৱ অৱস্থাই 'উদ্বৃত্ত' মূলধনৰ সৃষ্টি কৰিলে। যোৱা শতিকাৰ শেষত ব্যাপক আকাৰত অগ্ৰসৰ পুঁজিবাদী দেশবোৰৰপৰা মূলধন ৰপ্তানি আৰম্ভ হ'ল। এক নতুন আৰু বিশিষ্টবিধৰ একচেটিয়া পুঁজিৰ আৰম্ভ হ'ল। মুষ্টিমেয় শিল্পোন্নত দেশে পৃথিৱীৰ কাৰ্যতঃ সকলো মূলধনৰ গৰাকী হ'ল। সেই দেশবোৰৰ বাহিৰত থাকিল বাকী থকা দেশবোৰ যিবোৰৰ কোনো মূলধন নাছিল বা অলপ পৰিমাণ মূলধন আছিল, যেহেতু সিবিলাকৰ খুব কমেই পুঁজিবাদী মূলধন গঠনৰ পৰ্যায়ত উপনীত হৈছিল।

এক নতুন পৰিস্থিতিৰ আবিৰ্ভাৱ হ'ল আৰু এক নতুন ধৰণৰ আন্তৰ্জাতিক সম্পৰ্ক গঢ় ল'লে। বিৰামহীনভাৱে, চহকী দেশবোৰৰপৰা পৃথিৱীৰ সকলো দেশলৈ পুঁজিৰ সোঁত ববলৈ ধৰিলে, একচেটিয়া পুঁজিপতিবোৰে বাহিৰত উদ্যোগ প্ৰতিষ্ঠান গঠন কৰিলে, খনি উলিয়ালে, বাগিচা পাতিলে, বেঙ্ক, বীমা কোম্পানী স্থাপন কৰিলে, আৰু যানবাহন আৰু অন্যান্য প্ৰতিষ্ঠান স্থাপন কৰিলে। ইতিমধ্যে খাদ্যবস্তু, খনিজ আৰু কৃষিজাত কেঁচামাল, আৰু সুপাকাৰ লাভ অৰ্থনৈতিক-ভাৱে আৰু কাৰিকৰীভাৱে পিছপৰা দেশবোৰক শোষণ আৰু লুণ্ঠনৰ জৰিয়তে সাম্ৰাজ্যবাদী দেশবোৰলৈ অবিৰামভাৱে যাবলৈ ধৰিলে।

উদাহৰণস্বৰূপে, যোৱা ১০০ বছৰৰ ভিতৰত বৃটেনে বছৰি যি পৰিমাণ বস্তু ৰপ্তানি কৰিছিল তাতকৈ বহু বেছি (কোনো কোনো সময়ত শতকৰা

৬০ ভাগ বেছি ) বস্তু কিনিছিল। দুয়োটাৰ মাজৰ ব্যৱধান পূৰ কৰা হৈছিল প্ৰধানকৈ পুঁজিৰ ৰপ্তানিৰ ভৱিষ্যতে পোৱা অতিৰিক্ত লাভৰ দ্বাৰা। ভাৰতীয় শ্ৰমিকসকলক শোষণ কৰাৰ ভৱিষ্যতে পোৱা লাভখিনিক ভাৰতবৰ্ষতেই বস্তু কিনাত আৰু দেশলৈ চালান দিয়াত বৃটেনে ব্যৱহাৰ কৰিছিল। বিৰাট পৰিমাণৰ খাদ্যবস্তু আৰু কেঁচামাল সেই সময়ৰ অনুন্নত এই দেশৰপৰা তাৰ কোনো উপকাৰ নোহোৱাকৈ একমাত্ৰ বৃটিচ বুৰ্জোৱাক চহকী কৰিবলৈ লৈ যোৱা হৈছিল।

বিদেশী বজাৰ দখল কৰিবৰ কাৰণে পুঁজিৰ "অতিৰিক্ত গচ্ছিতকৰণেই" একমাত্ৰ চালিকা শক্তি নাছিল। উৎপাদনী মূলধনৰো "অতিৰিক্ত গচ্ছিতকৰণ" হৈছিল। বৃহদাকাৰৰ ঔদ্যোগিক একচেটিয়া প্ৰতিষ্ঠানবোৰ সিহঁতৰ বস্তুৰে ক্ষীপ্ৰভাৱে ঘৰুৱা বজাৰ ভৰাই দিছিল। 'উদ্বৃত্ত' বস্তু স্তূপিকৃত হ'ল। বিদেশী বজাৰৰ অন্বেষণ আৰু দখল বৃহৎ প্ৰতিষ্ঠানবোৰৰ কাম কাজৰ এক প্ৰধান অঙ্গ হৈ পৰিল। সাম্ৰাজ্যবাদৰ ইতিহাসত সেই সময়ছোৱাত একচেটিয়া প্ৰতিষ্ঠানবোৰৰ ক্ৰিয়া-কলাপ ক্ষিপ্ৰভাৱে বৃদ্ধি পোৱা বিশেষভাৱে লক্ষণীয়। আৰু এই সময়তেই সিহঁতে নিজ নিজ দেশৰ বাহিৰত বহুতো প্ৰতিযোগক প্ৰতিষ্ঠান স্থাপন কৰিলে। লগে লগে বস্তুৰ ৰপ্তানি তীব্ৰ হ'ল আৰু বিদেশী বজাৰ, কেঁচামাল আৰু লাভজনক লগ্নীৰ কাৰণে সংগ্ৰাম ক্ৰমান্বয়ে বেছি তীক্ষ্ণ হ'ল। মূলধন আৰু উৎপাদন একচেটিয়াভাৱে কেন্দ্ৰীভূত হোৱা কেইখনমান সাম্ৰাজ্যবাদী দেশত দেখা এই ধাৰাবোৰ আন্তৰ্জাতিক বিকাশত ক্ৰমাৎ বেছিভাৱে অনুভূত হৈছিল।

আগসৰা পুঁজিবাদী দেশবোৰৰ একচেটিয়া পুঁজিপতিবোৰৰ বাহিৰত সম্প্ৰসাৰণৰ পৰা হোৱাৰ লগে লগে পৃথিৱীৰ বজাৰত সিহঁতৰ স্বাৰ্থৰ সংঘাত আৰম্ভ হ'ল আৰু ইয়াৰ ফলত সশস্ত্ৰ সংঘৰ্ষৰ বিপদ ওচৰ চাপিল। তথাপি, খোলাখুলি সংঘৰ্ষ প্ৰতিযোগিতা এই দৈত্যবোৰৰ পক্ষে কাচিৎহে সুবিধাজনক। এই [illegible] আৱৰ্তণত বেলেগ বেলেগ দেশৰ একচেটিয়া প্ৰতিষ্ঠানবোৰ লগ-লাগিবলৈ আৰম্ভ কৰিলে সিহঁতৰ মাজত পৃথিৱীৰ বজাৰ ভাগ কৰি লোৱাৰ উদ্দেশ্যেৰে। সিহঁতে খেয়ালখুচী মতে কিছুমান বস্তুৰ দাম আৰু পৃথিৱীৰ কোন অঞ্চলত সেইবোৰ বিক্ৰী কৰা হ'ব সেই কথাৰ সিদ্ধান্ত কৰিছিল। বিত্তীয় কৌলিন্যপতিবোৰৰ হাতত পৃথিৱীত অৰ্থনৈতিক আধিপত্য প্ৰতিষ্ঠাৰ নতুন অস্ত্ৰ আন্তৰ্জাতিক কাৰ্টেল গঠন কৰা হ'ল।

ঊনবিংশ শতিকাৰ ৭ম আৰু ৮ম দশকৰ মাজৰ সময়ত পৃথিৱীৰ বজাৰ ভাগ কৰা সম্পৰ্কে প্ৰথম আন্তৰ্জাতিক কাৰ্টেল চুক্তি সম্পাদন কৰা হয়। ১৮৯৭ত এনে চুক্তি ৪০টা; ১৯১০ত প্ৰায় ১০০, আৰু ১৯৩১ত ৩২০টা হয়। প্ৰায় ওচৰা-উচৰি হিচাপত আন্তৰ্জাতিক কাৰ্টেলবোৰৰ তেতিয়ামানে পৃথিবীৰ বজাৰৰ সকলো বিক্ৰীৰ প্ৰায় ৪৪ ভাগ একচেটিয়া আছিল।

এখন দেশৰ একচেটিয়া প্ৰতিষ্ঠানবোৰে আন এখন দুৰ্বলতৰ দেশ আৰু তাৰ বজাৰৰ ওপৰত পূৰ্ণ আধিপত্য প্ৰতিষ্ঠা কৰাৰ ফলত সেই দেশক শীঘ্ৰে উপনিৱেশত পৰিণত কৰিলে। একচেটিয়া প্ৰতিষ্ঠানবোৰে 'সিইতৰ উপনিৱেশ' বোৰত যেই কোনো ব্যৱস্থা প্ৰৱৰ্তন কৰিব পাৰিছিল—যেই কোনো পৰিমাণৰ বস্তু আমদানি কৰিব পাৰিছিল, আৰু বাণিজ্যিক শুল্ক নিদিয়াকৈ থাকিব পাৰিছিল, বাণিজ্য শুল্কক সিইতৰ প্ৰতিযোগীবোৰৰ বিৰুদ্ধে ৰক্ষাকবচ হিচাপে ব্যৱহাৰ কৰিব পাৰিছিল, সিইতৰ কাৰণে সুবিধাজনক দামত বস্তু বিক্ৰী কৰিব পাৰিছিল, সিহঁতৰ মূলধন লগ্নীৰ কাৰণে অনুকূল পৰিৱেশ সৃষ্টি কৰিব পাৰিছিল, আৰু অবাধে খনিজ সম্পদ সমূহ কামত লগাব পাৰিছিল। কিন্তু মূল কথাটো আছিল এয়ে যে উপনিৱেশবোৰে একচেটিয়া প্ৰতিষ্ঠানসমূহক সীমাহীন মুক্ত জনশক্তিৰ যোগান ধৰিছিল। শ্ৰমশক্তিৰ দামো সিইঁতেই নিৰ্ধাৰণ কৰিছিল।

এইভাৱেই, পুঁজিৰ ৰপ্তানি, পৃথিৱীৰ বজাৰ ভগা-ভগি, উপনিৱেশ আৰু প্ৰভাৱৰ অঞ্চল বাৰে বাৰে ভগা ভগি একচেটিয়া পুঁজিৰ পৃথিৱীজোৰা অৰ্থনৈতিক আৰু ৰাজনৈতিক আধিপত্য প্ৰতিষ্ঠাৰ প্ৰধান হাতিয়াৰ হ'ল। ই এটা তত্ত্বগত সিদ্ধান্তই নহয়। বিংশ শতাব্দীৰ সূচনাৰ লগে লগে বিত্তীয় পুঁজিৰ আধিপত্যৰ এক সুস্পষ্ট ব্যৱস্থা গঢ়ি উঠিল আৰু ই পৃথিৱীৰ অৰ্থনীতিৰ সকলো স্তৰতে অনুপ্ৰৱেশ কৰিলে আৰু সমগ্ৰ মানৱজাতিৰ কাৰণে এক বিপদৰ কাৰণ হৈ উঠিল।

এই মৌলিক পৰিৱৰ্তনবোৰে বুৰ্জোৱা ৰাজনীতিত তাৎপৰ্যপূৰ্ণ পৰিৱৰ্তন আনি দিলে। অৰ্থনীতিত অবাধ প্ৰতিযোগিতাই দেশীয় ৰাজনীতিত কিছু পৰিমাণ গণতন্ত্ৰৰ জন্ম দিছিল। সেই সময়ত বুৰ্জোৱা গোষ্ঠীয়ে সাম্য, মৈত্ৰী আৰু স্বাধীনতাৰ আৰাজত সামন্ত যথেচ্ছাচাৰৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ কথা তেতিয়াও পাহৰা নাছিল।

অতি শীঘ্ৰে এই মৌলিক অৰ্থনৈতিক পৰিৱৰ্তনবোৰে চৰকাৰী নীতিৰ

ওপৰতো ক্ৰিয়া কৰিলে। পুৰণা বুৰ্জোৱা গণতন্ত্ৰৰ ঠাইত পীড়নমূলক আৰু একনায়কী শাসনপদ্ধতি প্ৰচলন হ'ল। স্বেচ্ছাচাৰমূলক ৰাজত্ব ব্যাপক হবলৈ ললে। তেনে ব্যৱস্থাত গণতন্ত্ৰৰ আঁৰত এমুঠি বৃহৎ পুঁজিপতিয়ে সীমাহীন ক্ষমতা ভোগ কৰিবলৈ ললে।

একচেটিয়া পুঁজিৰ বিকাশৰ লগে লগে বুৰ্জোৱা আদৰ্শতো পৰিবৰ্তন আহিল। পুঁজিবাদৰ উত্থানৰ যুগত, তাৰ সকলো ৰাজনৈতিক গুণেৰে সৈতে অবাধ প্ৰতিযোগিতা অৰ্থনৈতিক বিকাশৰ শিখৰ বুলি বিবেচনা কৰা হৈছিল আৰু সিয়েই চলিত আদৰ্শ নিৰ্ধাৰণ কৰিছিল। কিন্তু একচেটিয়া পুঁজিৰ আবিৰ্ভাৱৰ লগে লগে সাম্ৰাজ্যবাদৰ গুণ-কীৰ্তন কৰা এক আদৰ্শই এই আদৰ্শৰ ঠাই ললে। ১৯১৬ চনত লেনিনে লিখিছিল :

"এহাতে, কেইজনমান মানুহৰ হাতত কেন্দ্ৰীভূত হোৱা বিত্ত পুঁজিৰ বিৰাট পৰিসৰ আৰু ক্ষুদ্ৰ আৰু মধ্যমীয়া পুঁজিপতিৰ কথা বাদেই, আনকি অতি ক্ষুদ্ৰ পুঁজিপতি আৰু মালিকসকলকো জালতীয়া কৰা এক অসাধাৰণভাৱে গভীৰ আৰু ব্যাপক সম্পৰ্কৰাজি আৰু আনহাতে, অন্য দেশৰ ওপৰত আধিপত্য প্ৰতিষ্ঠা আৰু পৃথিৱী ভাগ কৰিবৰ কাৰণে পুঁজি যোগানদাৰবিলাকৰ বিভিন্ন জাতীয় ৰাষ্ট্ৰীয় গোষ্ঠীয়ে পৰস্পৰৰ বিৰুদ্ধে চলোৱা তীব্ৰ সংগ্ৰাম—ইয়েই সম্পত্তিশালী শ্ৰেণীক সম্পূৰ্ণ সাম্ৰাজ্যবাদৰ পক্ষলৈ যোৱাৰ বাট কৰি দিছে। সাম্ৰাজ্যবাদৰ সম্ভাৱনা সম্পৰ্কে 'সাধাৰণভাৱে' উৎসাহ, ভীষণভাৱে তাৰ পক্ষ লৈ কথা কোৱা, আৰু তাৰ উজ্জ্বল ৰং-এ চিত্ৰিত কৰা—এইবোৰেই বৰ্তমান সময়ৰ লক্ষণ।" (লেনিন, সংগৃহীত ৰচনাৱলী, খণ্ড ২২, পৃঃ ২৮৫)।

লেনিনে এই কথা প্ৰতিপন্ন কৰিছিল যে সাম্ৰাজ্যবাদৰ মূল প্ৰকৃতি লৈ বিত্তীয় পুঁজিৰ গোষ্ঠীৰ দ্বাৰা পৃথিৱীৰ ওপৰত আধিপত্য আৰু এই কথা প্ৰমাণ কৰিছিল যে সাম্ৰাজ্যবাদৰ কোনো কোনো চাৰিত্ৰিক দিশ পৰিবৰ্তন হবলৈ বাধ্য। সাম্ৰাজ্যবাদৰ একমাত্ৰ যিটো বিষয় পৰিবৰ্তন নহব সি হৈছে বৃহৎ পুঁজিপতিবোৰৰ দ্বাৰা আধিপত্যৰ ৰূপ 'উন্নত' কৰাৰ প্ৰচেষ্টা আৰু কোটি কোটি মানুহৰ দাৰিদ্ৰ্য, দুখ-কষ্ট আৰু অধিকাৰচ্যুতিৰ ওপৰত বৰ্তি থকা এমুঠি মানুহৰ প্ৰভুত্ব সম্পদৰ পুৰণি পৃথিৱীখনৰ বিৰুদ্ধে বিপ্লৱৰ শক্তিৰ জাগৰণৰ অৱধাৰিত পৰিস্থিতিৰ লগত সিবোৰক খাপ খুৱাই লোৱা।

## অগ্রসৰ পুঁজিবাদী দেশসমূহত বিত্তীয় কুলীন গোষ্ঠী (ফিনান্সিয়েল অলিগাৰ্কি)ৰ আধিপত্য

## একচেটিয়া পুঁজিৰ আজিৰ চৰিত্ৰ

পুঁজিবাদে সাম্ৰাজ্যবাদৰ ৰূপ পৰিগ্ৰহ কৰাৰপৰা যাঠীটামান বছৰ অতিক্ৰান্ত হৈছে। বিত্তীয় কুলীন গোষ্ঠীৰ আধিপত্যৰ ব্যৱস্থাত গুৰুত্বপূৰ্ণ কিছুমান পৰিৱৰ্তন সংঘটিত হৈছে। এই পৰিৱৰ্তনবোৰ কি কি আৰু সি কেনেকৈ সাধিত হৈছিল?

এই কথাৰে নিশ্চিতভাৱে আঙুলিয়াব পাৰি যে শতাব্দীৰ আৰম্ভণিতে যি পৰিস্থিতি আছিল তাতকৈ সম্পূৰ্ণ বেলেগ এক পৰিস্থিতিত আজি সাম্ৰাজ্যবাদ আছে আৰু সেই অনুসাৰে সি নিজক খাপ খুৱাই চলিব লগা হৈছে। যোৱা কেইদশকমানৰ ভিতৰত বিত্তীয় কুলীন গোষ্ঠীৰ আধিপত্যত ভিত্তিৰ ফাট মেলিছে। ১৯১৭ চনৰ ৰুছ বিপ্লৱৰ লগে লগে আৰম্ভ হোৱা জনসাধাৰণৰ বৈপ্লৱিক আন্দোলনে একচেটিয়া পুঁজিৰ কবলৰপৰা এক তৃতীয়াংশ মানুহক মুক্ত কৰিলে। সাম্ৰাজ্যবাদক অপসাৰণ কৰা দেশসমূহত সমাজতান্ত্ৰিক ব্যৱস্থা স্থাপন কৰা হ'ল। দ্বিতীয় মহাযুদ্ধৰ ঠিক পাছৰ সময়ছোৱাত একচেটিয়া পুঁজিৰ ঔপনিবেশিক আধিপত্য ভাগি পৰিল। বিত্তীয় কুলীন গোষ্ঠীয়ে অতীতত পৰাধীন জাতিসমূহৰ বেছিভাগৰ ওপৰতেই সিহঁতৰ পোনপটীয়া ৰাজনৈতিক ক্ষমতা হেৰুৱালে।

এই শতাব্দীৰ আৰম্ভণিত পৃথিৱী জোৰা পুঁজিবাদী ব্যৱস্থাৰ অৱস্থিতিয়ে বিত্তীয় কুলীন গোষ্ঠীৰ একচেটিয়া ক্ষমতা নিশ্চিত কৰিছিল। এই গোষ্ঠী তেতিয়া সকলো মূলধন আৰু উৎপাদনৰ সকলো অহিলাৰ গৰাকী আছিল, তাৰ হাতত আছিল কাৰিকৰী আৰু বৈজ্ঞানিক জ্ঞান, আৰু গৱেষক, দক্ষ শ্ৰমিক আৰু নক্সা কৰোঁতাসকলৰ ওপৰত ই কৰ্তৃত্ব স্থাপন কৰিছিল। ইয়েই সিহঁতক এনে এক অৰ্থনৈতিক যন্ত্ৰ তৈয়াৰ কৰাত সক্ষম কৰিলে যি ঔপনিবেশিক

দেশবোবক শাসক দেশবোৰৰ কৃষিজাত আৰু কেঁচামাল যোগানকাৰীত পৰিণত কৰিলে।

সমাজতান্ত্রিক ব্যৱস্থাৰ জন্ম আৰু বিকাশে **বিত্তীয় কুলীন গোষ্ঠীৰ পৃথিৱীজোৰা অর্থনৈতিক আধিপত্যৰ অৱসান কৰিলে।** পুঁজিৰ একচেটিয়া ৰপ্তানি আৰু পৃথিৱীৰ বজাৰ ভগাভগি অসম্ভৱ হ'ল আৰু আন আন দেশৰ প্রয়োজনীয় উৎপাদনৰ আহিলাৰ ওপৰত সাম্রাজ্যবাদী দেশবোৰৰ একচেটিয়া কর্তৃত্বত ঘুণ ধৰিলে। বৈজ্ঞানিক আৰু কাৰিকৰী জ্ঞান আৰু তাত নিয়োজিত ব্যক্তিৰ ওপৰত সিহঁতৰ একচেটিয়া কর্তৃত্ব শেষ হ'ল। এইবিলাক কাৰণেই পুঁজিবাদৰ আন্তর্জাতিক অর্থনৈতিক সম্পর্কত মৌলিক পৰিবর্তন কৰিবলৈ পুঁজিবাদক বাধ্য কৰিলে।

যোৱা দশকৰ ভিতৰত বিত্তীয় পুঁজিৰ দ্বাৰা পৃথিৱীৰ ওপৰত আধিপত্যৰ ব্যৱস্থাকেই কেৱল বৃহৎভাৱে দুর্বল কৰা হোৱা নাই, লগে লগে মানৱজাতিৰ ভাগ্য প্রভাৱান্বিত কৰাৰ তাৰ ক্ষমতাকেই দুর্বল কৰা হ'ল। আমাৰ যুগৰ আৰম্ভণিত একমাত্র সাম্রাজ্যবাদেই ঔপনিবেশিক দেশবোৰৰ পুঁজিবাদী পথ অনুসৰণ কৰিবলৈ বাধ্য কৰি সিবোৰৰ বিকাশ নির্ণীত কৰিছিল। কোটি কোটি মানুহৰ কর্ম আৰু জীৱনেই নহয়, তেওঁলোকৰ ভৱিষ্যতো নির্ভৰ কৰিছিল একচেটিয়া পুঁজিৰ ওপৰত।

সমাজতান্ত্রিক ব্যৱস্থাই পুঁজিবাদৰ ঔপনিবেশিক আৰু পৰাধীন দেশসমূহৰ ভাগ্য নির্ধাৰিত কৰাৰ ক্ষমতাৰ চিৰদিনৰ কাৰণে ওৰ পেলালে। সমাজতন্ত্রৰ তত্ত্ব আৰু ব্যৱহাৰিক কর্ম, আৰু অনেক এছীয় আৰু আফ্রিকাৰ দেশৰ অ-পুঁজিবাদী বিকাশৰ অভিজ্ঞতাই এই কথা প্রমাণ কৰিছে যে উন্নয়নমুখী দেশবোৰৰ বাবে পুঁজিবাদ আৰু একমাত্র পথ নহয়। সমাজতান্ত্রিক দেশবোৰে দিয়া অর্থনৈতিক, কাৰিকৰী, বৈজ্ঞানিক আৰু আন আন সাহায্যই অনুকূল পৰিৱেশৰ সৃষ্টি কৰিছে—আৰু তাৰ ফলত তেওঁলোকে লব খোজা বাটৰ সচেতনভাৱে বাছনি কৰিব পৰা হৈছে।

যোৱা পঞ্চাশ বছৰৰ ভিতৰত স্থাপিত হোৱা সমাজতন্ত্রই ক্ষিপ্র আৰু সুস্থিৰ অর্থনৈতিক প্রগতিৰ নিশ্চয়তা দিয়ে, অর্থনৈতিক সঙ্কট আৰু নিবনুৱা সমস্যা আঁতৰ কৰে আৰু জীৱন-ধাৰণৰ মান নিৰবচ্ছিন্নভাৱে উন্নীত কৰে।

ইয়াৰ উপৰিও অৰ্ধ শতাব্দীৰ আগতে পুঁজিবাদী ব্যৱস্থাই তাৰ নিজস্ব বাস্তৱ নিয়ম অনুসৰি বিকাশ লাভ কৰিছিল। সমাজতন্ত্ৰৰ আবিৰ্ভাৱৰ মাজেদি ভাৱ-সত্বাৰ ফালৰ পৰা মূলগতভাৱে নতুন এক বাহ্যশক্তিৰ সি সম্মুখীন হব লগা হ'ল আৰু ই পুঁজিবাদৰ ওপৰত শক্তিশালী প্ৰভাৱ পেলাবলৈ ধৰিলে। এই নতুন ব্যৱস্থাৰ অৱস্থিতিয়েই সমগ্ৰ একচেটিয়া পুঁজিৰ শাসনব্যৱস্থাত ক্ৰমবৰ্ধমান প্ৰভাৱ বিস্তাৰ কৰি থাকিব।

এইভাৱেই, আজিৰ পৰিস্থিতি এনে যে পৃথিবীৰ বিকাশৰ প্ৰধান ধাৰাবোৰ বৰ্ধিতভাৱে সমাজতন্ত্ৰই নিৰ্ধাৰিত কৰিছে, পুঁজিবাদে কৰা নাই।

বিগত পঞ্চাশ বছৰৰ ভিতৰত একচেটিয়া পুঁজিৰ অৱস্থিতিৰ বাস্তৱ পৰিৱেশত এইখিনিয়েই প্ৰধান পৰিবৰ্তন। এই নতুন পৰিস্থিতিত সাম্ৰাজ্যবাদী মহল উভয় সঙ্কটত পৰিছে—হয় প্ৰৱণা ব্যৱস্থাৰ ক্ৰমাৎ পতন মানি লোৱা, নহয় পৃথিৱীত ঘটা বাহ্যিক বাস্তৱ পৰিৱৰ্তনবোৰৰ লগতে তাক খাপখুৱাই চলা।

আজি বিত্তীয় কুলীন গোষ্ঠীয়ে তাৰ আধিপত্য বহাল ৰখাৰ সকলো আশা ৰাষ্ট্ৰৰ দ্বাৰা একচেটিয়া ট্ৰাষ্ট আৰু কাৰ্টেলবোৰৰ অৰ্থনৈতিক কাম-কাজত হস্তক্ষেপ কৰাৰ ওপৰতে ৰাখিছে; অবাধ ব্যক্তিগত উদ্যোগৰ ওপৰত আৰু বশা নাই। পুঁজিবাদী ৰাষ্ট্ৰক এই আওপুৰণি ব্যৱস্থাৰ তলওপৰ কৰি মেৰামত কৰিবলৈ সক্ষম এক যন্ত্ৰ আৰু শক্তিহিচাপে স্বীকাৰ কৰি লোৱা হয়। ব্যক্তিগত মালিকানাৰ ভিত্তি ৰক্ষাৰ কাৰণে নিৰ্বাচিত শাসক গোষ্ঠীয়ে, সামাজিক কাৰ্য-কলাপৰ আশ্ৰয়লৈ হলেও অৰ্থনীতিক ঠিক-ঠিকভাৱে চলাবলৈ বিকাশৰ হাৰ ত্বৰান্বিত কৰিবলৈ পথৰ সন্ধান কৰিছে আৰু শ্ৰমজীৱী মানুহক আংশিক সুবিধা দিবলগীয়া হৈছে।

ৰাষ্ট্ৰীয় একচেটিয়া পুঁজিবাদৰ সুৰত অৰ্থনীতিত বিভিন্ন ৰূপৰ ৰাষ্ট্ৰীয় হস্তক্ষেপে গঢ় লৈছে,—ব্যক্তিগত উদ্যোগৰ ওপৰত প্ৰশাসনিক নিয়ন্ত্ৰণ (ৰাষ্ট্ৰই ব্যৱসায়ী সকলৰ কাৰণে বিধি-বিধান বান্ধি দিছে বা একচেটিয়া কাৰ্যকলাপৰ উদগনিৰ কাৰণে চুপাৰিচমূলক 'আদৰ্শ' উন্নয়ন কৰ্মসূচী দাঙি ধৰিছে), জাতীয় আয়ৰ এক বুজন পৰিমাণ অংশৰ ওপৰত ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণ আৰু একচেটিয়া গোষ্ঠীৰ স্বাৰ্থত ৰাষ্ট্ৰীয় বাজেটৰ সহায়ত তাৰ পুনৰ বিতৰণ (ৰাষ্ট্ৰৰ দ্বাৰা বস্তু আৰু সেৱাসমূহ কিনা, কৰৰ সুবিধা, ক্ষতিপূৰণ পৰিশোধ, একচেটিয়া প্ৰতিষ্ঠানবোৰক ৰেহাইত

ৰাষ্ট্ৰীয় সম্পত্তি বিক্ৰী কৰা, বাহিৰত অৰ্থ নৈতিক সম্প্ৰসাৰণৰ উদগনি দিয়া আদি); ব্যক্তিগত পুঁজিৰ কাৰণে অনুকূল পৰিবেশ সৃষ্টিৰ উপায় হিচাপে ৰাষ্ট্ৰীয় উদ্যোগ আৰু মালিকানাৰ বিকাশ। এইভাৱেই ৰাষ্ট্ৰ যোগাযোগ ব্যৱস্থাৰ মালিক হয় আৰু ব্যক্তিগত ব্যৱসায়ীৰ বস্তুসমূহ প্ৰায় বিনামূলীয়াকৈ অনা-নিয়া কৰে; অৰ্থ নৈতিকভাৱে অসুবিধাজনক আৰু খৰচী উদ্যোগবোৰৰ ই গৰাকী হয় আৰু ব্যক্তিগত পুঁজিবাদৰ কাৰখানাবোৰক সস্তাত শক্তি, জলানি আৰু কেঁচামালৰ যোগান ধৰে।

ৰাষ্ট্ৰৰ দ্বাৰা উৎপাদন আৰু বিতৰণত হস্তক্ষেপৰ অৰ্থ এয়ে যে বুৰ্জোৱাবোৰে এইকথা অৱগত হৈছে যে উৎপাদনৰ আহিলাপাতিৰ ব্যক্তিগত মালিকানা ব্যৱস্থাৰ সময় উকলি গৈছে আৰু সি সমাজতন্ত্ৰৰ লগত প্ৰতিযোগিতাত টিকিব নোৱাৰে।

তৎসত্ত্বেও, যেহেতু সাম্ৰাজ্যবাদী ৰাষ্ট্ৰৰ ৰাজনৈতিক ক্ষমতা আৰু জাতীয় আয়ৰ এক বৃহৎ অংশৰ (সঠিককৈ কবলৈ গলে, কিছুমান দেশত ৰাজহৰ শতকৰা ৩০ৰ পৰা ৪০ ভাগ কৰ-কাটলৰ পৰা আহে) ওপৰত নিয়ন্ত্ৰণ আৰু সেইহেতু পুঁজিবাদী ব্যৱস্থাৰ ক্ৰমবৃদ্ধিত ই এক শক্তিশালী প্ৰভাৱ পেলাব পাৰে।

একচেটিয়া পুঁজিৰ আন্তৰ্জাতিক আৰু দেশীয় আধিপত্যৰ ব্যৱগত হোৱা বহুখিনি পৰিৱৰ্তনৰ গুৰিৰ কাৰণ হৈছে ৰাষ্ট্ৰীয় হস্তক্ষেপ। কিন্তু, যদিও বুৰ্জোৱা শাসকবোৰ ৰাষ্ট্ৰীয় হস্তক্ষেপৰ জৰিয়তে একচেটিয়া পুঁজিবাদক ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে তথাপি সিহঁতে মানি হব বুলি ভবাৰ কোনো থল নাই।

ৰাষ্ট্ৰীয় একচেটিয়া পুঁজিবাদৰ বিকাশে জনসাধাৰণৰ মাজত ইয়াৰ অনিষ্টকাৰী ৰূপ আৰু বিত্তীয় কুলীন গোষ্ঠী আৰু একচেটিয়াবোৰক বাদ দি চলাৰ সমাজৰ ক্ষমতা সম্পৰ্কে বৰ্দ্ধিত প্ৰত্যয় আনি দিছে।

যিবিলাক দেশত গণতান্ত্ৰিক শক্তি যথাযথ পৰিমাণে ঐক্যবদ্ধ আৰু শক্তিশালী সেইবোৰ দেশত সিবোৰে একচেটিয়া পুঁজিৰ আধিপত্য সীমাবদ্ধ কৰিবলৈ আৰু তাৰদ্বাৰা অৰ্থ নৈতিক প্ৰগতিৰ গতিধাৰাত জনসাধাৰণৰ প্ৰভাৱ বঢ়াবলৈ আৰু শ্ৰমজীৱী মানুহৰ অৰ্থ নৈতিক অৱস্থা উন্নত কৰাত সফল হয়। জীৱনধাৰণৰ মানদণ্ড উন্নত কৰিবলৈ একচেটিয়া পুঁজিক যিবোৰ কাৰ্যকৰী-ব্যৱস্থা লবলৈ বাধ্য কৰিব পাৰি সেইবোৰ নিৰ্ভৰ কৰে প্ৰগতিশীল শক্তিসমূহৰ ঐক্যৰ ব্যাপ্তিৰ

ওপৰত। সেইহেতু, অৰ্থনীতিত ৰাষ্ট্ৰীয় হস্তক্ষেপৰ ৰূপ দেশ ভেদে বেলেগ বেলেগ হয়, আৰু সেইবোৰ কোনো নিৰ্দিষ্ট দেশত শ্ৰেণী-শক্তি সমূহৰ ভাৰসাম্যৰ পৰিচায়ক।

সাম্ৰাজ্যবাদী ব্যৱস্থাত বৰ্তমান লক্ষণীয় পৰিবৰ্তনবোৰৰ অন্তৰ্নিহিত কাৰণ হ'ল বৈপ্লৱিক শক্তিৰ বৃদ্ধিৰ ফলত একচেটিয়া-পুঁজিবাদে সম্মুখীন হোৱা নতুন ঐতিহাসিক পৰিবেশ আৰু পুঁজিবাদক জোৰা-তাপলি দিয়াৰ উপায হিচাপে ৰাষ্ট্ৰীয় একচেটিয়া পুঁজিবাদৰ বিকাশ।

আন এটা কাৰণ হ'ল, বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱ, যি এনে এক পৰিসৰত বিকাশলাভ কৰিছে যিটো আগেযে অজ্ঞাত আছিল। দাবীকৰা হয় যে মানবজাতিয়ে তাৰ জ্ঞান-ভাণ্ডাৰৰ দুই তৃতীযাংশ যোৱা ২০ বছৰৰ ভিতৰত আহৰণ কৰিছে। এই বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱে উৎপাদিকা শক্তিসমূহত গুৰুত্বপূৰ্ণ পৰিৱৰ্তন সাধন কৰিছে।

## উৎপাদনত একচেটিয়া নিয়ন্ত্ৰণৰ বিকাশ
## বিত্তীয় কুলীন গোষ্ঠীৰ ভেটি

বৰ্তমান পুঁজিবাদী জগৎ, আৰু প্ৰধানতঃ সাম্ৰাজ্যবাদী দেশবোৰ, বিৰাট পৰিমাণ বস্তু উৎপাদনক্ষম কাৰখানাৰ গৰাকী। তৎসত্ত্বেও, মানৱজাতিৰ অধিক সংখ্যকেই, বিশেষকৈ এছিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ দেশসমূহৰ জনসাধাৰণ, এতিয়াও জীৱনৰ অতি প্ৰাথমিক প্ৰয়োজনবোৰৰপৰা বঞ্চিত। কিয় এনে হয়, সেই কথা বুজিবলৈ হ'লে আমি প্ৰথমতে পুঁজিবাদী জগতৰ সম্পদবোৰ ক'ত পোৱা হয় তাক থিৰাং কৰিব লাগিব আৰু তাৰ পাছত এই সম্পদবোৰৰ গৰাকীবোৰৰ নাম উল্লেখ কৰিব লাগিব।

১ম তালিকাই পুঁজিবাদী জগতৰ প্ৰধান অঞ্চলবিলাকত উদ্যোগৰ বিতৰণৰ এক পৰিষ্কাৰ ছবি দিয়ে—এইবোৰৰ ভিতৰত আছে লেটিন আমেৰিকা, এছিয়া (জাপানক বাদ দি) আৰু আফ্ৰিকাৰ বিস্তীৰ্ণ অঞ্চল। পুঁজিবাদী পৃথিৱীৰ জনসংখ্যাৰ সাত-দশমাংশ এই অঞ্চলবোৰত আছে কিন্তু পৃথিৱীৰ শিল্প উৎপাদনত সিবোৰৰ ভাগ এক-দশমাংশ মাত্ৰ। এই কথা আঙুলিয়াব লাগিব যে এই এলেকাবোৰত প্ৰধানতঃ খনি আৰু আকৰিক শিল্পসমূহহে বিকশিত হৈছে। সমগ্ৰ পুঁজিবাদী জগতত উৎপাদিত খনিজ পদাৰ্থৰ শতকৰা ২৫ ভাগ এইবোৰে উৎপাদন কৰে। এই কেঁচামালবোৰ—তেল, লোহ আকৰ, তাম, মেঙ্গেনীজ আকৰ, মিশ্ৰ আকৰ আদি এই দেশবোৰৰ প্ৰয়োজন পূৰ কৰাতকৈ অগ্ৰসৰ দেশবোৰৰ শিল্পক যোগান ধৰাৰ কাৰণেহে বেছি আৱশ্যকীয়। আধুনিক শিল্প গঢ়ি তোলোতে একচেটিয়া পুঁজিপতিবোৰ জনসাধাৰণৰ প্ৰয়োজনলৈ আটাইতকৈ কম দৃষ্টি দিয়ে। লাভজনকভাৱে পুঁজিৰ লগ্নীৰ কাৰণে চিন্তা আৰু নিজৰ দেশত আৰু গোটেই পৃথিৱীতে শ্ৰমজীৱী মানুহৰ বিনিময়ত বেছি চহকী হোৱাৰ আকাঙ্ক্ষাৰ দ্বাৰাহে কেৱল সিহঁত চালিত হয়।

পুঁজিবাদী জগতত আধুনিক সমাজৰ উৎপাদিকা শক্তিসমূহৰ ভিত্তি শিল্পৰ

আচল গৰাকী কোন? আমেৰিকাৰ শিল্প পৰিসংখ্যান মতে ১৯৫৮ চনত ২৯৮,১৮২টা শিল্প প্ৰতিষ্ঠান আছিল আৰু সিবোৰে ১৫,৩৯৪ হেজাৰ মানুহ নিয়োগ কৰিছিল আৰু সিবোৰে যোগ দিয়া মূল্যৰ পৰিমাণ আছিল ১৪১,২৭০ নিযুত ডলাৰ। এই সকলোবোৰ উদ্যোগৰ গৰাকী আছিল পৰিষ্কাৰভাবে পৃথক দুটা অসমান সমষ্টিৰ হাতত। প্ৰথম সমষ্টিত আছিল ১০ পৰা ২৫০ লৈ নিয়োগ কৰা বৃহৎ সংখ্যাধিক ক্ষুদ্ৰ আৰু মধ্যমীয়া আকাৰৰ উদ্যোগবোৰ। ২য় সমষ্টিত আছিল সামান্যসংখ্যক বৃহৎ উদ্যোগ যি ২৫০ৰ পৰা ২৫০০ বা তাতোকৈও অধিক মানুহ নিযোগ কৰিছিল। প্ৰথম ভাগত যত আছিল ২৮৭,৯৬৬টা উদ্যোগ,

১নং তালিকা

## পুঁজিবাদী পৃথিৱীৰ জনসংখ্যা আৰু শিল্প উৎপাদনত প্ৰধান এলেকাবোৰৰ অংশ—১৯৬৪

| পুঁজিবাদী জগতৰ প্ৰধান এলেকাসমূহ [illegible] | জনসংখ্যা: নিযুত | জনসংখ্যা: পুঁজিবাদী জগতৰ [illegible] | স[illegible] | [illegible] | [illegible] |
|---|---|---|---|---|---|
| **অগ্ৰসৰ দেশ আৰু এলেকাসমূহ** | | | | | |
| উত্তৰ আমেৰিকা | ২০০ | ৯ ৫ | ৬২ ১ | ৪৪ ৭ | ৫০ ০ |
| ইউৰোপ | ৩৩৩ | ১৫ ৭ | ৩৬ ৬ | ২৫ ৪ | ৩৭ ৬ |
| জাপান, অষ্ট্ৰেলিযা আৰু নিউজিলেণ্ড | ১০৬ | ৫ ০ | ৩ ৭ | ৪ ৮ | ৩ ৫ |
| **অনগ্ৰসৰ দেশ আৰু এলেকাসমূহ** | | | | | |
| লেটিন আমেৰিকা | ২১২ | ১০ | ৬ ১ | ৮ ৪ | ৩ ৭ |
| এছিয়া (জাপান বাদে) | ৯৯৭ | ৪৭ | ২ ৩ | ৪ ৭ | ২ ১ |
| আফ্ৰিকা | ২৫৭ | ১২ | ৪ ০ | ১১ ১ | ৩.১ |

দ্বিতীয় ভাগত আছিল মাত্ৰ ১০২১৬ টা, অৰ্থাৎ ছাব্বিশ ভাগৰ এক অংশ। কিন্তু এই দ্বিতীয় ক্ষুদ্ৰতৰ সমষ্টিটোৱেহে শিল্পজাত বস্তুৰ সৰহ ভাগ উৎপাদন কৰিছিল।

বৃহৎ প্ৰতিষ্ঠানবোৰে শিল্পত নিয়োজিত সকলো শ্ৰমিকৰ শতকৰা ৫৬'৮ ভাগ নিয়োগ কৰিছিল আৰু আমেৰিকাৰ সমগ্ৰ শিল্প উৎপাদনৰ শতকৰা ৬২'২ বা দুই তৃতীয়াংশ উৎপাদন কৰিছিল। ক্ষুদ্ৰ আৰু মধ্যমীয়া ধৰণৰ উদ্যোগবোৰে এক-তৃতীয়াংশৰ সামান্য বেছি উৎপাদন কৰিছিল। ইয়াৰ অৰ্থ এয়ে যে আমেৰিকাৰ কাৰখানাৰ বৃহত্তৰ ভাগ এমুঠি শিল্পপতিৰ হাতত আছে।

১নং তালিকাৰ পৰা এই কথা পৰিষ্কাৰ যে উত্তৰ আমেৰিকাই পুঁজিবাদী জগতৰ সমগ্ৰ শিল্প উৎপাদনৰ আধা উৎপাদন কৰে। আৰু আমেৰিকাৰ বৃহৎ উদ্যোগবোৰৰ মালিকবোৰ সমগ্ৰ পুঁজিবাদী উৎপাদন শতকৰা ৩০ ভাগতকৈ বেছি সিহঁতৰ হাতত কেন্দ্ৰীভূত কৰিছে।

আমেৰিকাত ১০,০০০তকৈ অধিক বৃহৎ উদ্যোগ থকা কথাটোৱে এইটো বুজায় যে সেই পৰিমাণ মালিকো আছে। আচল বিষয়টো হৈছে যে বৃহৎ

১নং তালিকা

এতিয়া ২নং তালিকা বিবেচনা কৰা হওক

## নিৰ্দিষ্ট খণ্ডত নিয়োজিত মুঠ শ্ৰমিকৰ লগত বৃহৎ কৰ্পোৰেচনবোৰে নিয়োগ কৰা শ্ৰমিকৰ অনুপাত

| শিল্পসমূহ | শিল্পত কোম্পানীৰ সংখ্যা | ৪টা বৃহত্তম কৰ্পোৰেচনত (মুঠৰ শতকৰা) | ৮টা বৃহত্তম কৰ্পোৰেচনত (মুঠৰ শতকৰা) | ২০টা বৃহত্তম কৰ্পোৰেচনত (মুঠৰ শতকৰা) |
|---|---|---|---|---|
| মটৰ যান বাহন | ৯৮৯ | ৭০ | ৭৪ | ৮৫ |
| মাংস (টিনত ভৰোৱা) | ২০১ | ৮৬ | ৪৯ | ৬০ |
| উৰাজাহাজ ইঞ্জিন | ১৮৬ | ৫৮ | ৬৯ | ৩৯ |
| তেল শোধন | ২৮৫ | ৩৬ | ৫৯ | ৮১ |
| জাহাজ নিৰ্মাণ | ২৯৩ | ৪৫ | ৬৪ | ৭৯ |
| ৰেফ্ৰিজাৰেটৰ | ৬০৭ | ৩১ | ৪৭ | ৬৪ |
| বৈদ্যুতিক ইঞ্জিনিয়াৰিং | ৩১৭ | ৪১ | ৫১ | ৬৯ |
| ইলেকট্ৰনিক ভাল্‌ভ | ২২৪ | ৫১ | ৬৮ | ৮৭ |
| অজৈৱ ৰসায়ন | ৩১৯ | ৪২ | ৫৫ | ৭৯ |
| ঔষধপাতি | ১০৬৪ | ২৪ | ৩৯ | ৬২ |

কর্পোৰেচনবোৰৰ হাতত ভজনে ভজনে বা সময়ে সময়ে শই শই এনে প্রতিষ্ঠান আছে, আমেৰিকাৰ পৰিসংখ্যান মতে বৃহৎ উদ্যোগৰ মুৰব্বী সকলৰ অচল সংখ্যা মাত্র কেইশমান হে।

ইয়াৰপৰা পৰিষ্কাৰ বুজা যায় যে অধিক সংখ্যক শিল্পকেই কৰায়ত্ত কৰিছে ৪টা বা ৮টা বৃহৎ কর্পোৰেচনে। সিবোৰৰ কাৰখানাবোৰতেই জনশক্তিৰ ডাঙৰ অংশ কেন্দ্রীভূত আৰু নির্দিষ্ট শিল্পৰ উৎপাদনৰ বুজন পৰিমাণ অংশ উৎপাদিত হয়। অর্থনীতিবিদসকলৰ মতে আমেৰিকাৰ শিল্পৰ সংখ্যাগুৰু অংশৰে মালিক ৫০০ বৃহৎ কর্পোৰেচন। ইয়াৰ প্রথম দহোটাৰ ভিতৰত আছে দুটা মটৰ যান কর্পোৰেচন—জেনেৰেল মটৰচ্ আৰু ফোর্ড মটৰ; ৪টা তেল একচেটিয়া—ষ্টাণ্ডার্ড অয়েল (নিউ জার্চি), চকোনি মবিল অয়েল, টেক্সাচ অয়েল আৰু গাল্ফ অয়েল; দুটা বৈদ্যুতিক উৎপাদন কাৰখানা—জেনেৰেল ইলেক্ট্রিক আৰু ৱেষ্টার্ন ইলেক্ট্রিক; এটা খাদ্যবস্তু কোম্পানী—চুইফট আৰু এটা লো আৰু তীখা কোম্পানী—ইউনাইটেড ষ্টেট্‌চ ষ্টীল। এই দহোটা কর্পোৰেচনৰ ১৯৬১ চনত যৌথ উৎপাদনৰ মূল্য ৪৮,৪০০ নিযুত ডলাৰ। এই সংখ্যাৰ পূর্ণ তাৎপর্য প্রকাশিত হয় এই কথা লক্ষ্য কৰিলে যে ই লেটিন এমেৰিকা আৰু জাপানক বাদ দি এছিয়াৰ সকলো পুঁজিবাদী দেশৰ ১৯৫৮ চনৰ সমগ্র শিল্প উৎপাদনক চেৰাই গৈছে।

কিন্তু, এমেৰিকান শিল্পৰ অৱস্থা হয়তো এটা ব্যতিক্রম? পৰিসংখ্যানে তাৰ বিপৰীত কথাহে দেখুৱায়। সি এই কথা দেখুৱায় যে, উদাহৰণ স্বৰূপে, বৃটেনতো কেন্দ্রীভূত হোৱাৰ পর্যায় খুব উচ্চ। দহৰ অধিক শ্রমিক নিয়োগ কৰা প্রতিষ্ঠানসমূহৰ বাবে বৃটিছ পৰিসংখ্যান পোৱা যায়। ১৯৬১ চনত এনে ৫৫,০০০ প্রতিষ্ঠান আছিল আৰু সিবোৰে ৮·২ নিযুত কর্মী নিয়োগ কৰিছিল। কেইটামান দৈত্যকায় প্রতিষ্ঠানত কাম কৰিছিল চাৰি নিযুতে। উৎপাদন কেন্দ্রীভূতকৰণৰ স্তৰ বৃটেনত উচ্চ কিন্তু বৃহৎ কেটামান কর্পোৰেচনৰ হাতত ইয়াৰ কেন্দ্রীকৰণ আৰু উচ্চতৰ। সমগ্র বৃটিছ তীখা শিল্প ন'টা কোম্পানীৰ হাতত আছে। সিবোৰে জাতীয় তীখা উৎপাদনৰ দুই তৃতীয়াংশ উলিয়ায়। দুটা বৈদ্যুতিক উৎপাদন কোম্পানীয়ে—এ, ই, আই—(A E I) আৰু জেনেৰেল ইলেক্ট্রিক—বৃটেনত প্রস্তুত আধা-বৈদ্যুতিক সা-সৰঞ্জাম উৎপাদন কৰে। বৃটিছ মটৰ, ফোর্ড আৰু ভক্সহল—এই তিনিটা কোম্পানীয়ে অকলে

বৃটেনৰ মটৰ যানৰ শতকৰা ৭৫ ভাগ উৎপাদন কৰে। একচেটিয়া ৰাসায়নিক প্ৰতিষ্ঠান ইম্পিৰিয়েল কেমিকেল ইণ্ডাষ্ট্ৰিজৰ ৪০ বিধ ৰাসায়নিক বস্তুৰ উৎপাদনত প্ৰায় কোনো প্ৰতিযোগীয়েই নাই।

পশ্চিম জাৰ্মানীত ৫০০ৰ অধিক শ্ৰমিক নিয়োগ কৰা কেইটামান বৃহৎ প্ৰতিষ্ঠানে উদ্যোগত নিয়োজিত শ্ৰমিকৰ শতকৰা ৫৪ ভাগ কেন্দ্ৰীভূত কৰে আৰু জাতীয় কাৰখানাজাত বস্তুৰ শতকৰা ৫৭.৬ ভাগ উৎপাদন কৰে। ১৯৫৯ চনত ৫০০ৰ বেছি শ্ৰমিক নিয়োগ কৰা বৃহৎ প্ৰতিষ্ঠানবোৰ ফ্ৰান্সত সমগ্ৰ কলকাৰখানাৰ ১.৩ ভাগৰ গৰাকী আছিল। কিন্তু উৎপাদনত সিহঁতৰ ভাগ আছিল শতকৰা ৫১.২ ভাগ।

কিন্তু চৰকাৰী পৰিসংখ্যানে অনেক সময়ত সঠিক অৱস্থাটো প্ৰকাশ নকৰে। সেইটো কৰিবলৈ যোৱা অনেক সময়ত শাসকশ্ৰেণীৰ কাৰণে অসুবিধাজনক হৈ পৰে। উদাহৰণ স্বৰূপে ওপৰোক্ত সংখ্যাবোৰে এছিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ দেশবোৰৰ ঔদ্যোগিক প্ৰতিষ্ঠানবোৰৰ এক বৃহৎ অংশৰ গৰাকী যে তাৰ জাতীয় মূলধন নহয়, বৰং প্ৰধান সাম্ৰাজ্যবাদী দেশবোৰৰ কিছুমান বৃহৎ কৰ্পোৰেচনহে সেই কথা দাঙি নধৰে। পৰিসংখ্যানে এই কথাও নেদেখুৱায় যে অনগ্ৰসৰ দেশবোৰৰ ক্ষুদ্ৰ আৰু মধ্যমীয়া আকাৰৰ প্ৰতিষ্ঠানবোৰ দৈত্যাকায় কৰ্পোৰেচনবোৰৰ সহযোগী বৰ্কশ্বপহে।

হিচাপ কৰি দেখা গৈছে এমেৰিকা যুক্তৰাষ্ট্ৰ, বৃটেন, ফ্ৰান্স, ফেডাৰেল জাৰ্মানী, ইটালী, জাপান আৰু কানাডাৰ ३,००० বৃহৎ একচেটিয়া প্ৰতিষ্ঠানে পুঁজিবাদী জগতৰ শিল্পৰ অন্ততঃ আধা নিয়ন্ত্ৰণ কৰে। ইয়াৰ উপৰিও, মাত্ৰ ২০০ বৃহত্তম একচেটিয়া পুঁজিবাদী জগতৰ উৎপাদনৰ এক তৃতীয়াংশৰ অধিকাৰী।

এই তথ্যবোৰে এই ৰূঢ় সত্যৰ প্ৰকাশ কৰে যে **এমুঠি একচেটিয়াই পুঁজিবাদী অৰ্থনীতিৰ লগত জড়িত মানুহৰ সকলো উৎপাদনী সম্পদৰ ওপৰত পূৰ্ণ আধিপত্য কৰিছে।**

সাম্ৰাজ্যবাদৰ সমৰ্থকবোৰে এই কথা ঢাকিবৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছে। পশ্চিমীয়া অৰ্থনীতিবিদবোৰে সঘনে আঙুলিয়ায় যে দ্বিতীয় মহাসমৰৰ শেষৰপৰা ক্ষুদ্ৰ প্ৰতিষ্ঠানবোৰ বৰ্ধনশীল হৈছে। তেওঁলোকৰ মতে ই ক্ষুদ্ৰ ব্যৱসায়ৰ পৰিস্থিতিৰ উন্নতি আৰু আনকি দৈত্যাকায় একচেটিয়াবোৰৰ

সন্মুখীন হবলৈ সিবোৰৰ সক্ষমতাৰ কথাই সূচাইছে। গতিকে, ধৰিলোৱা হয় যে 'অৰ্থনৈতিক শক্তিৰ বিকেন্দ্ৰীকৰণ'ৰ এক ধাৰা আৰম্ভ হৈছে।

সত্যক কল্পনাৰপৰা পৃথক কৰিবলৈ চেষ্টা কৰা হওক। কোনো নিৰ্দিষ্ট শিল্পত একচেটিয়া বিকাশৰ আদিভাগত সি বাচি থকা উদ্যোগবোৰক নিৰ্দয়ভাৱে দমন কৰে আৰু সিবোৰৰ হাজাৰ হাজাৰ মালিকক ধ্বংসৰ মুখলৈ ঠেলি দিয়ে, কিন্তু যেতিয়াই এক একচেটিয়া দৃঢ় প্ৰতিষ্ঠিত হয় আৰু তাৰ আধিপত্য সুদৃঢ় কৰিবলৈ আৰম্ভ কৰে ই তেতিয়া ক্ষুদ্ৰ প্ৰতিষ্ঠানবোৰৰ বিকাশ আগবঢ়ায়। উদাহৰণ স্বৰূপে, অতিমাত্ৰাত কেন্দ্ৰীভূত হোৱা আৰু একচেটিয়া আয়ত্তত থকা মটৰ শিল্পই তাৰ লগে লগে এলানি ক্ষুদ্ৰ চাৰ্ভিচিং আৰু মেৰামতি প্ৰতিষ্ঠানৰ জন্ম দিছে। টেলিভিচন ছেট, ৰেডিঅ', ৰেফ্ৰিজেৰেটৰ আদিৰ দৰে দিন-যোৱা পণ্যৰ উৎপাদনৰ লগে লগে লাখ লাখ ক্ষুদ্ৰ মেৰামতিৰ দোকান গঢ়ি উঠিছে।

এই ক্ষুদ্ৰ প্ৰতিষ্ঠানবোৰৰ বহুতেই একচেটিয়া প্ৰতিষ্ঠানবোৰৰ ওপৰত নিৰ্ভৰ কৰিব লগা হয় আৰু অনেক সময়ত প্ৰতিষ্ঠিতো হয় এইবোৰৰ দ্বাৰাই। এই প্ৰতিষ্ঠানবোৰ আচলতে একচেটিয়া কাম-কাজৰ এটা ৰূপ আৰু উৎপাদন বা বিক্ৰীৰ কেন্দ্ৰীকৰণৰ এক আধুনিক পদ্ধতি। ফলত হেজাৰ হেজাৰ ক্ষুদ্ৰ, আইনৰ চকুত স্বতন্ত্ৰীয়া প্ৰতিষ্ঠানবোৰে বৃহৎ একচেটিয়া প্ৰতিষ্ঠানবোৰৰ ফৰমায়েচ খাটে আৰু ঠিক এপদ বা দুপদ বস্তু উৎপাদন কৰে। এইবোৰৰ আগৰ নিচিনাকৈ বজাৰ আৰু ক্ৰেতাসকলৰ লগত আৰু সম্পৰ্ক নাথাকে। সিবোৰে আধাপ্ৰস্তুত একোবিধ বস্তু তৈয়াৰ কৰে—সি একোটা অংশহে, নিজে কোনো পণ্য নহয়। সেইকাৰণেই সিবোৰে সম্পূৰ্ণৰূপে একচেটিয়াৰ ফৰমায়েচৰ ওপৰত নিৰ্ভৰ কৰে। প্ৰতি অগ্ৰসৰ পুঁজিবাদী দেশত হেজাৰ হেজাৰ এনে ক্ষুদ্ৰ প্ৰতিষ্ঠান একচেটিয়া প্ৰতিষ্ঠানবোৰৰ পক্ষে কাৰ্যতঃ বহিঃশ্ৰমিকৰ নিচিনা হৈ পৰিছে।

এইচ, এফ, লীডাল নামৰ এজন ইংৰাজ অৰ্থনীতিবিদৰ মতে তেওঁ অনুসন্ধান চলোৱা ৮৭৬টা প্ৰতিষ্ঠানৰ ভিতৰত ৪১১ টাই একচেটিয়া প্ৰতিষ্ঠানৰ ফৰমায়েচত কাম কৰে আৰু মাত্ৰ ৪১০ টাই বজাৰৰ কাৰণে বস্তু উৎপাদন কৰে। বাকী-বোৰে সানমিহলি বস্তু উৎপাদন কৰে—কিছুমান ফৰমায়েচৰ বাবদ আৰু কিছুমান বজাৰৰ কাৰণে। দেখা গৈছে যে ৭৫ জনলৈকে শ্ৰমিক নিয়োগ

কৰা ক্ষুদ্ৰ প্ৰতিষ্ঠানবোৰে ফৰমায়েচৰ বাবে কাম কৰে। অনেক সময়ত একচেটিয়াবোৰে ক্ষুদ্ৰ আৰু মধ্যমীয়া আয়তনৰ প্ৰতিষ্ঠানবোৰৰ অংশ কিনে আৰু সিবোৰৰ ওপৰত পূৰ্ণ নিযন্ত্ৰণ স্থাপন কৰে।

ইয়াৰ অৰ্থ এয়ে যে, একেচেটিয়াবোৰৰ হাতত কেন্দ্ৰীভূত উৎপাদন সিবোৰে ভাবিগুণি আৰু সিহঁতৰ স্বাৰ্থত বহুত স্বতন্ত্ৰবীয়া ক্ষুদ্ৰ উদ্যোগৰ মাজত বিতৰণ কৰি দিয়ে। ই উৎপাদনৰ কেন্দ্ৰীকৰণৰ এক নতুন ৰূপ আৰু আজিৰ একচেটিয়া আধিপত্যৰ পৰিবেশৰ লগত সুসঙ্গতিপূৰ্ণ আৰু লগে লগে এই আধিপত্যৰ এক অঙ্গ।

সাম্ৰাজ্যবাদৰ যুগত উৎপাদনৰ কেন্দ্ৰীকৰণৰ চৰিত্ৰত তাৎপৰ্যপূৰ্ণ পৰিৱৰ্তন ঘটিছে। স্বাভাৱিকতেই, একচেটিয়া-নিয়ন্ত্ৰিত শিল্পসমূহত আৰু বেছি কেন্দ্ৰীকৰণ হ'লেও সি নতুন একচেটিয়াৰ সৃষ্টি নকৰে কিন্তু পুৰণাবোৰক কেৱল সহায়হে কৰে। একচেটিয়াবোৰৰ পুঁজিৰ বৃহৎ মালিকবোৰৰ স্বাৰ্থত উৎপাদনৰ কেন্দ্ৰীকৰণৰ নতুন ৰূপ সৃষ্টি কৰে। ইয়াৰ অৰ্থ এয়ে যে এই ধাৰাই একচেটিয়া পুঁজিৰ আধিপত্য সুদৃঢ় কৰাত সহায় কৰে।

**তথাপি, কেন্দ্ৰীকৰণৰ ৰূপ যিভাৱেই পৰিৱৰ্তন নহওক লাগিলে, মূল প্ৰকৃতি একেই ৰৈ গৈছে—বিত্তীয় কুলীন গোষ্ঠীৰ কেইজনমান প্ৰতিনিধিয়ে সামাজিক উৎপাদনৰ বাঢ়ি যোৱা অংশ এটাৰ ওপৰত নিয়ন্ত্ৰণ চলাই আছে।**

যুদ্ধ-পৰৱৰ্তী যুগত উৎপাদনৰ কেন্দ্ৰীকৰণৰ সহচৰ হৈছে এক বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱ আৰু ইয়েই সাম্ৰাজ্যবাদলৈ পৰিৱৰ্তিত হোৱাৰ সময়ত পুঁজিবাদৰ বৈশিষ্ট্য হিচাপে নথকা ওপৰঞ্চি বিশেষ দিশ এই ধাৰাক দান দিছে। নিয়ম হিচাপেই কাৰিকৰী বিপ্লৱৰ ফলত হোৱা নতুন শিল্পবোৰ বহুত ক্ষুদ্ৰ প্ৰতিষ্ঠান লৈ আৰম্ভ নহয়। বিত্তীয় পুঁজি সকলো গুৰুত্বপূৰ্ণ আবিষ্কাৰৰ গৰাকী হয়। সেইবিলাক কাৰ্যকৰী কৰিবৰ কাৰণে বিৰাট পৰিমাণ খৰচ আৰু বৃহৎ প্ৰতিষ্ঠান সৃষ্টিৰ প্ৰয়োজন। সেইবাবেই সচৰাচৰতে নতুন শিল্প আৰম্ভণিৰে-পৰাই একচেটিয়া শিল্প হিচাপে গঢ়ি উঠে। প্ৰথমতে একচেটিয়াবোৰে বৃহৎ উদ্যোগ প্ৰতিষ্ঠান গঢ়ে। পাছত, মূল উদ্যোগৰপৰা কিছুমান উৎপাদনৰ ধাৰা পৃথক কৰা হয় আৰু সেইবোৰ ক্ষুদ্ৰ "স্বতন্ত্ৰ" প্ৰতিষ্ঠানবোৰে কাৰ্যকৰী কৰে।

পূর্বতে য'ত শিল্পৰ বিকাশ হৈছিল ক্ষুদ্র উদ্যোগৰপৰা আৰু কেন্দ্রীকৰণৰ জৰিয়তে সেইবোৰ একচেটিয়া উদ্যোগৰ জন্ম দিছিল, এতিয়া এক বিপৰীত ধাৰা লক্ষ্য কৰিব পৰা যায়—আপেক্ষিকভাৱে ক্ষুদ্র উদ্যোগ বৃহৎ-একচেটিয়াবোৰৰ বুকুৰপৰা জন্মলাভ কৰে। কিন্তু আমি আগতে দেখুৱাই অহাৰ দৰে, আনকি এই বিশেষ পৰিস্থিতি সত্ত্বেও মূলপ্রকৃতি একেই ৰৈ গৈছে—পুঁজিৰ বৃহৎ মালিকবোৰৰ হাতত অৰ্থনৈতিক ক্ষমতাৰ ক্রমাৎ বেছি কেন্দ্রীকৰণ চলিয়েই আছে।

পুঁজিবাদী দেশবোৰৰ বাবে পোৱা আধুনিক পৰিসংখ্যান ( কাৰখানা আদিৰ সংখ্যা, নিয়োজিত শ্রমিকৰ সংখ্যা অনুসাৰে আৰু উৎপাদিত বস্তুৰ পৰিমাণ অনুসাৰে সিহঁতৰ শ্রেণীবিভাগ ) একচেটিয়া গোষ্ঠীবোৰৰ হাতত উৎপাদনৰ কেন্দ্রীকৰণৰ পৰিসৰৰ সঠিক ছবি কেতিয়াও দিব নোৱাৰে। বিপৰীতে, সিবোৰে—বিত্তীয় কুলীন গোষ্ঠীৰ ক্ষমতাৰ প্রকৃত পৰিসৰ বৰং ঢাকিহে ৰাখে।

# সমাজৰ সকলো শ্ৰেণী আৰু অংশৰ ওপৰত আধিপত্যৰ বাবে বিত্তীয় কুলীন গোষ্ঠীৰ "কৌশল-প্ৰণালী"

বিত্তীয় কুলীন গোষ্ঠীয়ে যে বুৰ্জোৱা সমাজৰ সকলো শ্ৰেণী আৰু অংশৰপৰা কৰ আহৰণ কৰে সি কোনো গোপন কথা নহয়। ক্ৰেতাসকলে যি একচেটিয়া দামত বস্তু কিনে সিয়েই এই লুটৰ প্ৰধান হাতিয়াৰ। কিন্তু বিত্তীয় কুলীন গোষ্ঠীৰ ৰূপকথাৰ নিচিনা ঐশ্বৰ্য আৰু সমগ্ৰ বুৰ্জোৱা সমাজৰ ওপৰত তাৰ ক্ষমতাৰ ৰবঙণি যোগোৱা বহু কাৰণৰ ভিতৰত একচেটিয়া দাম মাত্ৰ এটা। ইয়াৰ আধিপত্যৰ গুপুত কথা—যিবিলাক সম্পৰ্কই বিত্তীয় কুলীন গোষ্ঠীক সমাজৰ ওপৰত স্থান দিয়ে—ৰাইজৰপৰা সাৱধানে লুকাই ৰখা হয়। কিন্তু এনে কিছুমান দিশ আছে যিবোৰ লুকুৱাব নোৱাৰি।

সেইবোৰৰ কিছুমান পৰীক্ষা কৰা হওক।

এই আধিপত্যৰ সাংগঠনিক ভিত্তি হ'ল বিত্ত গ্ৰুপ—আৰু এজন বা একে মৌলিক স্বাৰ্থৰ অংশীদাৰ বহু বৃহৎ-পুঁজি মালিকৰ স্বাৰ্থৰক্ষাৰ বাবে প্ৰতিষ্ঠা কৰা ঔদ্যোগিক, ঋণ, বাণিজ্য, যানবাহন আৰু আন আন সংস্থাৰ ই এটা জোঁট।

প্ৰতিটো বিত্ত গ্ৰুপেই বিশেষত্বপূৰ্ণ এক সত্তা কিন্তু তাৰ কোনো আইনগত মৰ্যাদা নাই। এই বিত্তগ্ৰুপবোৰৰ বিষয়ে জ্ঞাত কৰাৰ কাৰণে কোনো নিদৰ্শন পুস্তক খুচৰি লাভ নাই যেহেতু সিহঁতে আনকি কোনো সম্পত্তিৰ উমৈহতীয়াভাৱে গৰাকী নহয়। নিয়ম হিচাপেই যিবিলাক উদ্যোগ লৈ এনে গ্ৰুপ গঠিত হয় সিঁহত প্ৰত্যেকেই স্বতন্ত্ৰীয়া। তৎসত্ত্বেও এই বিত্ত গ্ৰুপবোৰ এটা বাস্তৱ কথা আৰু বৃহৎপুঁজিৰ আটাইতকৈ শক্তিশালী একক সিঁহতক লৈয়েই গঠিত।

প্ৰতি বিত্তগ্ৰুপ দুটা নীতিৰ ওপৰত বৈ আছে—"জোঁটাশলীয়া অংশীদাৰিত্ব" ব্যৱস্থা আৰু "জোঁটাশলীয়া পৰিচালকত্ব।" এই নীতিৰ এটা বা দুয়োটাৰ ওপৰত ভিত্তি কৰিয়েই এটা বিত্তগ্ৰুপত অধিক সংখ্যক শিল্প অন্তৰ্ভুক্ত কৰা হয়।

জোঁটাশলীয়া অংশীদাৰ ব্যৱস্থা হৈছে এক বৃহৎ একচেটিয়া বা কিছুমান সংস্থাৰ এক সমষ্টিৰ স্বাৰ্থৰ গৰজত উদ্যোগবোৰক বহুতৰপীয়া অধীনতালৈ অনা। এই আধীনতাৰ কৌশল-প্ৰণালী চৰমভাৱে জটিল। শক্তিশালী আদি প্ৰতিষ্ঠানে বহু উদ্যোগৰ নিয়ন্ত্ৰণকাৰী অংশগোটসমূহ কিনি লয়। সিহঁতৰ ক্ষেত্ৰত, এনে প্ৰতিটো প্ৰতিষ্ঠানে আকৌ আন উদ্যোগৰ নিয়ন্ত্ৰণকাৰী অংশ কিনে আৰু তেনেদৰে গৈ থাকে। ফলত এক পৰস্পৰ নিৰ্ভৰশীল আৰু জোঁটাশলীয়া স্বাৰ্থভাগ ব্যৱস্থা গঢ়ি উঠে আৰু এই সকলোৰে ওপৰত সেই "আদি" প্ৰতিষ্ঠান থাকে আৰু সিয়েই তলৰ খলপবোৰত থকাবোৰৰ সকলো কাম-কাজত পৰিচালনা কৰে। বিত্ত গ্ৰুপৰ এয়ে ভেটি।

জোঁটাশলীয়া পৰিচালকত্ব হৈছে বহু উদ্যোগৰ পৰিচালক সংস্থাত ব্যক্তিগত অংশ গ্ৰহণৰ জৰিয়তে এদল বৃহৎ পুঁজিপতিৰ স্বাৰ্থ একেলগ কৰা।

"......আপুনিয়েই লৰ্ড বাইচেষ্টাৰ নেকি ?"

"হয়।"

"আপুনি মৰ্গান, গ্ৰেনদেল এণ্ড কোংৰ সভাপতি ?"

"মই কাৰ্যবাহী পৰিচালক। আমাৰ সভাপতি নাই।"

"আপুনি বেঙ্ক অফ ইংলেণ্ডৰ পৰিচালক ?"

"হয়।"

"শ্বেলবো ?"

"হয়।"

"ভাইকাৰ্চবো ?"

"হয়।"

"আপুনি বেঙ্ক অফ ইংলেণ্ডৰ অৰ্থকোষ কমিটিৰ সভ্য নেকি ?"

"হয়।"

এইয়া লৰ্ড বাইচেষ্টাৰ আৰু দি ৰলিং ক্লাচ (শাসক শ্ৰেণী) নামৰ পুথিৰ

ৰচয়িতা, বৃটিছ অৰ্থনীতিবিদ চেম আৰ'নভিচৰ মাজত হোৱা কাল্পনিক কথোপ-কথন। জোঁটাশলীয়া পৰিচালকত্ব কি ই তাৰ এটা জল-জল পট-পট দৃষ্টান্ত। লৰ্ড বাইচেষ্টাৰৰ ভালেমান বৃহৎ ব্যক্তিগত কোম্পানীৰ মুখ্য সংস্থাসমূহত আৰু বেঙ্ক অফ ইংলেণ্ডত নিজা অংশগ্ৰহণে সিবোৰৰ কাম-কাজৰ সংযোগ সাধন নিশ্চিত কৰিছে। এই কোম্পানীবোৰ আৰু বেঙ্ক অফ ইংলণ্ডৰ মাজত ঠোঁটা-মোজা লগা সম্ভৱ নহয় আৰু এইটোও সম্ভৱ নহয় যে বেঙ্ক অফ ইংলেণ্ডৰ ডিৰেক্টৰ লৰ্ড বাইচেষ্টাৰে শেলৰ ডিৰেক্টৰ লৰ্ড বাইচেষ্টাৰৰ স্বাৰ্থৰ বিৰোধিতা কৰিব।

স্বাভাৱিকতেই, কেৱল লৰ্ড বাইচেষ্টাৰৰ ওপৰতেই স্বাৰ্থৰ ঐক্য, জোঁটাশলীয়া পৰিচালকত্ব আৰু একচেটিয়া কাৰ্যসমূহ নিৰ্ভৰ নকৰে। এই প্ৰত্যেকটো কোম্পানীৰ পৰিচালকমণ্ডলীত এনে কিছুমান পুঁজিপতি আছে যিবিলাক নিজেই আন বহুত কোম্পানীক নিয়ন্ত্ৰণ কৰে। এই মানুহবোৰে পৰিচালনা কৰা একচেটিয়া প্ৰতিষ্ঠানবোৰ জোঁটাশলীয়া পৰিচালক ব্যৱস্থাৰ জৰীয়তে এটা বা দুটা শক্তিশালী বিত্ত গ্ৰুপৰ সৈতে জড়িত।

এইভাৱেই জোঁটাশলীয়া অংশীদাৰী আৰু জোঁটাশলীয়া পৰিচালকত্ব ব্যৱস্থাই এনে এক বিশেষ শ্ৰেণীৰ ব্যৱসায়ীৰ সৃষ্টি কৰিছে যিসকল হ'ল বুৰ্জোৱা শ্ৰেণীৰ ভিতৰৰ শাসক অংশ আৰু যিসকলে তেওঁলোকৰ দেশৰ সকলো অৰ্থনৈতিক আৰু ৰাজনৈতিক কাজ-কৰ্ম নিয়ন্ত্ৰণ কৰে।

দকৈ পৰীক্ষা কৰিলে জোঁটাশলীয়া অংশীদাৰী আৰু পৰিচালকত্বই এটা সাধাৰণ বৈশিষ্ট্য প্ৰকাশ কৰা দেখা যাব—দুয়োটাৰেই যৌথ-ষ্টক ভিত্তিত আবিৰ্ভাৱ হয় আৰু উদ্যোগৰ ব্যক্তিবিশেষৰ মালিকানাত তাৰ সৃষ্টি অসম্ভৱ। গোটেই প্ৰশ্নটো পৰিষ্কাৰ কৰিবলৈ আমি এতিয়া ব্যক্তিগত মালিকানাৰ কিছুমান ৰূপ আৰু সিহঁতৰ ইতিহাস বৰ্ণনা কৰিম।

আদিতে ব্যক্তিগত মালিকানাৰ চৰিত্ৰ আছিল ব্যক্তিবৰীয়া। দাস-মালিকানা, সামন্ত আৰু পেটি বুৰ্জোৱা মালিকানাৰ ৰূপ আছিল ব্যক্তিবৰীয়া। পুঁজিবাদো এই ব্যক্তিবিশেষৰ মালিকানাৰ ভিত্তিতে গঢ় লৈ উঠিল। পাছত সহযোগী অংশীদাৰিত্ব গঢ়ি উঠিল।

যৌথ-ষ্টক মালিকানা বিত্তীয় পুঁজিবাদৰ যুগৰ ফল। তাৰ অংশ আৰু

তাৎপৰ্য যোৱা পঞ্চাশ বছৰ ধৰি বাঢ়িব ধৰিছে আৰু সেই ধাৰা এতিয়াও চলি আছে। ৩নং তালিকাই আমেৰিকাত ১৯৪৭ আৰু ১৯৬২ৰ মাজৰ সময়ত মালিকানাৰ ৰূপৰ পৰিবৰ্তন দেখুৱাইছে।

৩নং তালিকা

## এমেৰিকাৰ অৰ্থনীতিত মালিকানাৰ ৰূপৰ বিকাশ

### ( ১৯৪৭-১৯৬২ )

| মালিকানাৰ ৰূপ | কৃষি পামকে ধৰি অৰ্থনীতিৰ সকলো খণ্ডতে উদ্যোগৰ সংখ্যা ( হেজাৰ হিচাপে ) | | বস্তু আৰু সেৱা বিক্ৰয়ৰ জৰিয়তে পোৱা ধন ( হজাৰ নিযুত ডলাৰ ) | | | |
|---|---|---|---|---|---|---|
| | ১৯৪৭ | ১৯৬২ | ১৯৪৭ | % | ১৯৬২ | % |
| ব্যক্তিগত | ৬৬২৪ | ৯১৮৩ | ১০১.১ | ১৯ | ১৭৮.৪ | ১৫ |
| অংশীদাৰিত্ব | ৮৮৯ | ৯৩২ | ৫৯.২ | ১১ | ৭২.৩ | ৬ |
| যৌথ ষ্টক | ৫৫২ | ১২৬৮ | ৩৫৩.৮ | ৭০ | ৮৯৫.১ | ৭৯ |
| , | ৮০৬৫ | ১১,৩৩৮ | ৫১৪.১ | ১০০ | ১১৪৫.৮ | ১০০ |

• দেখা গৈছে, ১৯৪৭ চনত বস্তু আৰু সেৱা বিক্ৰীৰপৰা পোৱা ধনৰ শতকৰা ৭০ ভাগ যৌথ-ষ্টক কোম্পানীবোৰৰ আছিল। ১৯৬২ত সি শতকৰা ৭৯ লৈ উঠিল। আনহাতে ব্যক্তিবিশেষ আৰু অংশীদাৰিত্বৰ উদ্যোগবোৰৰ ভাগ শতকৰা ৩০ৰ পৰা শতকৰা ২১ লৈ নামিল। আৰু প্ৰথমবিধ উদ্যোগৰ সংখ্যা বেছি হোৱা সত্বেও আৰু সিবোৰ খুব বেগেৰে বঢ়া সত্বেও এই ঘটনা ঘটিছে।

বিত্তীয় পুঁজিৰ যুগত যৌথ-ষ্টক ধৰণৰ মালিকানাৰ চলন্তিৰ উপযুক্ত কাৰণ আছে। বিত্তীয় কুলীন গোষ্ঠীৰ কাৰণে এইৰূপৰ সুবিধা অভাৱনীয় আৰু সেই কাৰণেই তাক বিশেষভাৱে বিবেচনা কৰিব লাগে।

ব্যক্তিবিশেষৰ মালিকানাৰ কাৰণে প্ৰয়োজন বৃহৎ পৰিমাণ মূলধন লগ্নীৰ; আনহাতে এটা যৌথ-ষ্টক প্ৰতিষ্ঠানৰ আচল গৰাকী হ'বলৈ এক পঞ্চমাংশৰপৰা এক-দশমাংশ পৰিমাণ অংশ কিনিলেই যথেষ্ট। এই পৰিমাণেই সাধাৰণতে নিয়ন্ত্ৰণকাৰী স্বাৰ্থৰ সুনিশ্চয়তা দিয়ে।

ব্যক্তিবিশেষ বা জুটীয়া মালিকানাৰ উদ্যোগৰপৰা মূলধন তুলি লোৱা আৰু তাক একেধৰণৰ উদ্যোগত পুনৰ লগ্নী কৰা কঠিন আৰু কোনো কোনো সময়ত অসম্ভৱো। কিন্তু এটা উদ্যোগৰ অংশ বিক্ৰী কৰা আৰু আন অংশ কিনা কোনো সমস্যা নহয়। যৌথ-ষ্টক মূলধনৰ তৰলতাৰ সুবিধা আছে, কিন্তু ব্যক্তিবিশেষে বা জুটীয়া মালিকানাৰ উদ্যোগত লগ্নীকৃত মূলধনৰ এই সুবিধা নাই। সেই কাৰণেই বিত্তীয় কুলীন গোষ্ঠীয়ে গোটেই মূলধন বা তাৰ এক অংশ সহজেই এটা উদ্যোগৰপৰা তুলি আন এটা উদ্যোগত খটুৱাব পাৰে যদিহে তাত উচ্চ লাভৰ হাৰৰ সম্ভাৱনা দেখে।

অংশবোৰ হৈছে এটা উদ্যোগত লগ্নীকৃত প্ৰকৃত ধনৰ কাগজী প্ৰতিৰূপ আৰু এই অৰ্থত সি হৈছে কাল্পনিক মূলধন। কিন্তু বিত্তীয় কুলীন গোষ্ঠীৰ হাতত থকা আৰু তাৰ অৰ্থনৈতিক শক্তিৰ ভেটি গঠন কৰা বৃহত্তম একচেটিয়া প্ৰতিষ্ঠানবোৰৰ অংশৰ বিশেষ এক গুণ আছে। সেইবোৰক বিক্ৰী কৰিব পাৰি আৰু তাৰ এটা বজাৰ দাম আছে। এই শক্তিশালী কোম্পানীবোৰ সংখ্যাত নিচেই তাকৰ। আমেৰিকাত সিহঁতৰ সংখ্যা সকলো যৌথ-ষ্টক উদ্যোগৰ শতকৰা ২ৰ পৰা ২.৫ ভাগ। ই বিত্তীয় কুলীন গোষ্ঠীক ধনী হোৱাৰ কাৰণে আৰু এক সুযোগ দিয়ে। ১৯৫৮ চন আৰু ১৯৬৫ চনৰ মাজভাগ, এই সময়ছোৱাৰ ভিতৰত আমেৰিকাৰ ষ্টক এক্সচেঞ্জত অংশবোৰৰ গড় বজাৰ দাম শতকৰা ৯০ ভাগ বৃদ্ধি পালে, বৃটেনত বৃদ্ধি হ'ল শতকৰা ৮০ ভাগ; চুইডেন, ফেডাৰেল জাৰ্মানী, কানাডা আৰু জাপানত বৃদ্ধি শতকৰা ১০০ বা তাতো বেছি। ইয়াৰপৰা এই অৰ্থই কৰা যায় যে বিত্তীয় ধনুৰ্ধৰবোৰে ৭ বছৰৰ ভিতৰত সিহঁতৰ ফালৰপৰা কোনো প্ৰচেষ্টা নোহোৱাকৈয়ে এই অংশবোৰত লগ্নীকৰা মূলধন প্ৰায় দুগুণ হৈ গৈছে। কিছুমান একচেটিয়া উদ্যোগে অংশৰ মূল্য বঢ়াবলৈ সক্ষম হোৱাৰ দ্বাৰা অভাৱনীয় লাভ আদায় কৰে। উদাহৰণ স্বৰূপে, সপ্তম দশকৰ বছৰবোৰৰ আৰম্ভণিতে জেনেৰেল মটৰচৰ অংশৰ বিনিময় হাৰ প্ৰতি অংশত ৫০ ডলাৰলৈ বৃদ্ধি পালে আৰু এই অংশবোৰৰ বাহ্যিক মূল্য ২ ডলাৰৰ কম।

এইভাৱেই যৌথ-ষ্টক ধৰণৰ মালিকানাৰ উদ্ভৱে মূলধনৰ দুতৰপীয়া অস্তিত্ব আনি দিছে। প্ৰকৃত মূলধন (সা-সৰঞ্জাম, কাৰখানা, ব্যৱসায়ী প্ৰতিষ্ঠান

আদি ) ৰ সৈতে থাকে তাৰ কাগজী প্ৰতিৰূপ—কাল্পনিক মূলধন। এই কথা মন কৰা খুবেই গুৰুত্বপূৰ্ণ যে দুয়োবিধ মূলধনেই বিত্তীয় কুলীন গোষ্ঠীৰ হাতত কেন্দ্ৰীভূত দুয়োবিধেই পৰ্বতপ্ৰমাণ লাভ আনে।

কিন্তু সাম্ৰাজ্যবাদৰ আওতাত যৌথ-ষ্টক উদ্যোগৰ বিকাশৰ গুৰুত্বপূৰ্ণ ৰাজনৈতিক আৰু লগে লগে অৰ্থনৈতিক উদ্দেশ্য আছে। যৌথ-ষ্টক ব্যৱস্থাই বিত্তীয় কুলীন গোষ্ঠীক সহজে প্ৰাপ্য সম্পদৰ মোহ সিঁচিবলৈ আৰু শ্ৰমজীৱী মানুহৰ কাৰণে গ্ৰহণযোগ্য 'অ-পুঁজিবাদী' ব্যৱস্থালৈ পুঁজিবাদৰ ৰূপান্তৰৰ তত্ত্ব আগবঢ়াবলৈ সক্ষম কৰিছে। এই চিন্তাধাৰা প্ৰকাশ কৰা হয় 'জনসাধাৰণৰ পুঁজিবাদ' 'গণতান্ত্ৰিক সমাজতন্ত্ৰ' 'মেনেজেৰিয়েল সমাজ', 'সম্পত্তিৰ বিক্ষিপ্ত-কৰণ' আদিৰ নিচিনা আধুনিক তত্ত্বৰ মাজেদি।

ভালভাৱে গঢ় লোৱা যৌথ-ষ্টক মালিকানাই বিত্তীয় কুলীন গোষ্ঠীক সি সমাজক যিভাৱে শোষণ কৰিছে, আৰু, আচলতে তাৰ অস্তিত্বকেই ঢাকিবৰ কাৰণে সক্ষম কৰে। ফলতঃ, যৌথ-ষ্টক মালিকানাৰ বিশেষ দিশবোৰ বুজাৰ মাজেদি শোষণৰ আধুনিক ৰূপটো শুদ্ধভাৱে বুজিবলৈ এটা সূত্ৰ পোৱা যাব; বিত্ত গ্ৰুপবোৰ গঠনৰ কাৰ্যপ্ৰণালী আৰু সিহঁতৰ গাঁথনিৰ বিশেষত্ব আৰু লগে লগে মূলধনৰ চলাচলৰ বিশেষ গুণ আৰু জনসাধাৰণৰ আদৰ্শগতভাৱে দীক্ষিত কৰাৰ পদ্ধতিবোৰ বুজাৰো এক সূত্ৰ পোৱা যাব।

যৌথ-ষ্টক মালিকানা-ৰূপ ব্যৱহাৰকাৰী বিত্তীয় পুঁজিয়ে কেৱল উৎপাদনৰ ক্ষেত্ৰতেই নহয়, কিন্তু সমগ্ৰ অৰ্থনীতিতেই সম্পত্তিৰ বিৰাট আকাৰত কেন্দ্ৰীভূত আৰু কেন্দ্ৰীকৰণ কৰিব পাৰিছে। এমেৰিকাৰ পৰিসংখ্যানমতে, ১৯৬০ চনত ১,০৯৫,৪৪১টা যৌথ-ষ্টক কোম্পানী আছিল ( কৰ্পোৰেচন ) সকলো অৰ্থনৈতিক খণ্ডতে—অৰ্থাৎ উৎপাদন, বাণিজ্য, যানবাহন, বিত্ত, ঋণ, জনসেৱা আদিত। সিবোৰৰ সম্পত্তিৰ পৰিমাণ আছিল ১,২০৭,০০০ নিযুত ডলাৰ। ৪নং তালিকাই এই সম্পদবোৰ ক্ষুদ্ৰ, মধ্যমীয়া, আৰু বৃহৎ একচেটিয়া কৰ্পোৰেচনবোৰৰ মাজত কিভাৱে বিতৰণ হৈছিল দেখুৱাইছে।

এইভাৱেই প্ৰত্যেকৰে ২৫০ নিযুত ডলাৰৰো বেছি মূল্যৰ সম্পত্তি থকা ৫৬৭টা বৃহৎ কৰ্পোৰেচনৰ হাতত ৫৫২, ২৯৭ নিযুত ডলাৰ অৰ্থাৎ সকলো যৌথ-ষ্টক কোম্পানীৰ মূলধনৰ আধা আছিল। ৪ৰ্থ তালিকাৰ প্ৰথম পাঁচভাগত

অন্তৰ্ভুক্ত কৰা ১,০২৮,৭৮৬টা কৰ্পোৰেচনৰ সম্পত্তিৰ ই চাৰিগুণ বেছি। শেষোক্ত কৰ্পোৰেচনবোৰৰ সম্পত্তিৰ সমষ্টি আছিল মাত্ৰ ১৩৪,০০০ নিযুত ডলাৰ, যি ক্ষেত্ৰত ৫৬৭টা অতি শক্তিশালী কৰ্পোৰেচনৰ আছিল ৫৫২,০০০ নিযুত

৪নং তালিকা

## সম্পত্তিৰ পৰিমাণ অনুসৰি এমেৰিকাৰ যৌথ-ষ্টক কোম্পানীবোৰৰ বিতৰণ: ১৯৬০

| সম্পত্তি হেজাৰ ডলাৰত | যৌথ-ষ্টক কোম্পানীৰ সংখ্যা | সম্পত্তিৰ মুঠ সমষ্টি নিযুত ডলাৰত |
|---|---|---|
| ৫০ পৰ্যন্ত | ৪৪৯,১৬৩ | ৯১১৬ |
| ৫০-১০০ | ১৯০,৩১৬ | ১৩,৬৯৪ |
| ১০০-২৫০ | ২২৯,১৪২ | ৩৬,৩৯২ |
| ২৫০-৫০০ | ১০৫,১৭৪ | ৩৬,৬২২ |
| ৫০০-১০০০ | ৫৪,৯৯১ | ৩৮,২০৩ |
| ১০০০-৫০০০ | ৪৭,৯৮৩ | ১০০,৯৪৫ |
| ৫০০০-১০০০০ | ৮,২৮০ | ৫৭,৮১৮ |
| ১০০০০-৫০০০০ | ৭,৯১৪ | ১৬২,৪০৩ |
| ৫০০০০-১০০০০০ | ১,১৪৫ | ৭৯,৭৪৫ |
| ১০০০০০-২৫০০০০ | ৭৬৬ | ১১৯,৩৯১ |
| ২৫০,০০০ৰ ওপৰ | ৫৬৭ | ৫৫২,২৯৭ |

ডলাৰ। এক নিযুতৰো বেছি ক্ষুদ্ৰ কৰ্পোৰেচনৰ প্ৰত্যেকৰে গড়ে ১৩০,০০০ ডলাৰৰ বেছি সম্পত্তি আছিল, আনহাতে কিন্তু ৫৬৭টা কৰ্পোৰেচনৰ প্ৰত্যেকৰ সম্পত্তিৰ গড় পৰিমাণ আছিল ১,০০০ নিযুত ডলাৰ।

দৈত্যাকায় একচেটিয়া প্ৰতিষ্ঠানবোৰৰ হাতত কেন্দ্ৰীভূত শক্তিৰ নিদৰ্শন দিয়া ইয়াতকৈও বেছি চমক লগা তথ্য আছে। এমেৰিকান ষ্টাণ্ডাৰ্ড অয়েলৰ (নিউ জাৰ্চি) ১৯৬১ চনত সম্পত্তিৰ পৰিমাণ আছিল ১০,৪৯৪ নিযুত ডলাৰ আৰু ই তালিকাৰ প্ৰথম ভাগৰ ৪৪৯,১৬৩টা কৰ্পোৰেচনৰ মুঠ সম্পত্তিৰ শতকৰা ১৫

ভাগতকৈও বেছি। মাত্র তিনিটা এমেৰিকান একচেটিয়া প্ৰতিষ্ঠানৰ—ষ্টাণ্ডার্ড অয়েল ( নিউ জার্চি ), জেনেৰেল মটৰচ্ আৰু ফোৰ্ডৰ প্ৰথম ভূভাগত উল্লেখিত ৬৩৯,৪৭৯টা কর্পোৰেচনৰ সম্পত্তিতকৈ বেছি সম্পত্তি আছে।

কিন্তু বৃহত্তম যৌথ-ষ্টক কোম্পানীবোৰৰ সম্পত্তিৰ পৰিমাণৰ দ্বাৰাই বিত্তীয় কুলীন গোষ্ঠীৰ পূৰ্ণ ক্ষমতাৰ এক সঠিক ছবি দাঙি ধৰিব নোৱাৰি। প্ৰকৃত সংস্থাৰ এক সম্পূৰ্ণ ছবি পাবলৈ হলে সিহঁতৰ কর্তৃত্বত থকা উদ্যোগবোৰৰ সম্পত্তিৰ হিচাপ কৰা প্ৰয়োজন। ইটালীয় অৰ্থনীতিৰ সম্পর্কত তলত কেইটামান তথ্য দিয়া হ'ল।

৫নং তালিকা

## জোঁটাশলীয়া অংশীদাৰীৰ জৰিয়তে একচেটিয়া কর্তৃত্ব

জানুৱাৰী ১, ১৯৬৩

| একচেটিয়া প্ৰতিষ্ঠানৰ মুৰব্বী | ইয়াৰ মূলধন হেজাৰ নিযুত লিৰাত | নিয়ন্ত্ৰিত মূলধন হেজাৰ নিযুত লিৰাত |
|---|---|---|
| এডিচন | ৪৫'০ | ৩৯৮'৯ |
| মণ্টিকেটিনি | ৫৮'৮ | ২৯১'৩ |
| ফিয়েট | ১২'৮ | ৬৬'৬ |
| পিৰেল্লি | ১৫'৫ | ৪২ ৮ |
| স্নিয়া-ভিচ্কচা | ৩০'৭ | ১১৭'৮ |
| বেষ্টগি | ১০'২ | ৬৭'১ |
| ইটালচিমেণ্টি | ৮ ১ | ৩৭'৪ |
| লেডগা | ১৩'৭ | ৩৭'৮ |
| অলিভেট্টি | ৩'৪ | ২০'৫ |

৫নং তালিকাৰপৰা দেখা যায় যে ইটালীয় প্ৰতিষ্ঠানসমূহে কর্তৃত্ব কৰা মূলধনৰ পৰিমাণ সিহঁতৰ নিজা মূলধনৰ গড় হিচাপত ৫ গুণতকৈ বেছি আৰু কোনো কোনো ক্ষেত্ৰত সি ছয় বা ন গুণ বেছি।

অপ

এই কথাও মনত ৰাখিব লাগিব যে বিত্তীয় কুলীন গোষ্ঠীয়ে, তাৰ ফালৰ-পৰা, এডিচন, মৰ্টিকেটিনি আৰু আন আন প্ৰতিষ্ঠান নিয়ন্ত্ৰণ কৰে। সিইঁতৰ মূলধনৰ মাত্ৰ এক্কোটা অংশ সেইবোৰত খটুৱায়। সেইহেতু এইকথা পৰিষ্কাৰ যে জোঁটাশলীয়া অংশীদাৰী আৰু পৰিচালকত্ব ব্যৱস্থাই যৌথ-ষ্টক কোম্পানীবোৰৰ বিৰাট পৰিমাণ মূলধন লৰা-চৰা কৰিবলৈ বিত্তীয় কুলীনগোষ্ঠীক সমৰ্থ কৰে। বিত্তীয় কুলীনাধিপত্যৰ যুগত লাখ লাখ ক্ষুদ্ৰ আৰু মধ্যম আকাৰৰ উদ্যোগৰ অৰ্থনৈতিক গুৰুত্ব অতিকায় একচেটিয়া প্ৰতিষ্ঠানবোৰৰ জৰিয়তে বৃহৎ ব্যৱসায়ী-বোৰে পুঁজিবাদী অৰ্থনীতিৰ ওপৰত সিইঁতৰ সীমাহীন নিয়ন্ত্ৰণ প্ৰতিষ্ঠা কৰা বৃহৎ একচেটিয়া উদ্যোগৰ তুলনাত অতিশয় কম।

বিত্তীয় কুলীনগোষ্ঠীয়ে শোষণৰ বিশেষ কিছুমান পদ্ধতি উদ্ভাৱন কৰিছে আৰু ইয়াৰ ফলস্বৰূপেই বৃহৎ একচেটিয়া উদ্যোগবোৰ আৰু ক্ষুদ্ৰায়তন উদ্যোগ-বোৰে কৰা লাভৰ মাজত যি ব্যৱধান তাক জোখা অসম্ভৱ হৈ পৰিছে। ৬নং তালিকাই ইয়াৰ উজ্জ্বল দৃষ্টান্ত। এই তালিকাই দেখুৱাই দিছে যে একচেটিয়া কৰ্পোৰেচনবোৰৰ লাভৰ পৰিমাণ ক্ষুদ্ৰ আৰু মধ্যম আয়তনৰ উদ্যোগবোৰৰ লাভতকৈ তিনি বা চাৰেতিনিগুণ বেছি আৰু কোনো কেনো সময়ত পাঁচগুণ বেছিও হয়। টেক্স দিয়াৰ পাছত এই পাৰ্থক্য আৰু ডাঙৰ হৈ যায়। উদাহৰণ স্বৰূপে, ১৯৬১ চনৰ প্ৰথম চতুৰ্থাংশত ক্ষুদ্ৰ আৰু বৃহৎ উদ্যোগবোৰৰ ক্ষেত্ৰত টেক্স দিয়াৰ আগতে লাভৰ হাৰ আছিল ক্ৰমান্বয়ে শতকৰা ১·৮ আৰু ৯·৯ আৰু টেক্স দিয়াৰ পাছত সেই হাৰ আছিল শতকৰা ০·৬ আৰু ৫·৬, বৃহৎ কৰ্পোৰেচনবোৰৰ লাভ ক্ষুদ্ৰায়তনবোৰৰ তুলনাত প্ৰায় ১০ গুণ বেছি আছিল। যেহেতু বৃহৎ কৰ্পোৰেচনবোৰে মূলধনক লৈ কল-কৌশল কৰিবলৈ বেছি সুযোগ পায়, সেইহেতু সিবোৰে লাভো তুলনামূলকভাৱে স্থিৰ পৰ্যায়ত ৰাখিবলৈ সমৰ্থ হয়—শতকৰা ৯·৯ৰ পৰা ১১·৩ পৰ্যন্ত। ইতিমধ্যে ক্ষুদ্ৰায়তন উদ্যোগবোৰৰ লাভৰ উঠা-নমা বহুত বেছি থিৰ —শতকৰা ১·৮ৰ পৰা ৪·৮ পৰ্যন্ত। সেই কাৰণে ব্যৱসায়িক ক্ৰিয়া-কৰ্মৰ সামান্যতম অৱনতি দেখা দিলেও সেইবোৰ লাভ হেৰুওৱা, ধ্বংস আৰু ব্যৱসায় বন্ধ কৰাৰ অৱস্থাৰ সন্মুখীন হোৱাৰ বিপদ আছে।

বৃহৎ কৰ্পোৰেচনবোৰৰ লাভে বৃহৎ বিত্তিয় মালিকবোৰৰ ব্যক্তিগত উপাৰ্জনৰ পূৰ্ণ পৰিসৰৰ ছবি দিব নোৱাৰে। সিইঁতৰ বিত্তীয় গ্ৰুপৰ উদ্যোগবোৰত

লগ্নীকৃত সিহঁতৰ নিজা মূলধনৰ বাবদ বিৰাট পৰিমাণ সুত পায়, কাৰণ আন সকলো অংশীদাৰে পোৱা লভ্যাংশক লৈয়েই ই গঠিত নহয়। কৰ্পোৰেচনৰ শাসক সকলে অলেখ দৰ্মহা পায় আৰু তাৰ পৰিমাণ কোনো কোনো সময়ত বছৰি

৬নং তালিকা

## পুঁজিৰ আকাৰ অনুসৰি প্ৰচেছিং শিল্প কৰ্পোৰেচন সমূহৰ লাভৰ হাৰ

**( কাৰ্যকৰী মূলধনৰ শতকৰা )**

| তাৰিখ | সম্পত্তিৰ সৈতে কৰ্পোৰেচন সমূহ | | | |
|---|---|---|---|---|
| | ১ নিযুত ডলাৰ পৰ্যন্ত | | ১০০ নিযুত ডলাৰৰ ওপৰ | |
| | টেক্স দিয়াৰ আগত | টেক্স দিয়াৰ পাছত | টেক্স দিয়াৰ আগত | টেক্স দিয়াৰ আগত |
| ১৯৬৩ | | | | |
| ১ম চতুৰ্থাংশ | ১ ৮ | ০·৬ | ৯·৯ | ৫·৬ |
| ২য় চতুৰ্থাংশ | ৪·০ | ২·৪ | ১০·৯ | ৬ ১ |
| ৩য় চতুৰ্থাংশ | ৪·০ | ২·৩ | ১০·০ | ৫·৮ |
| ৪ৰ্থ চতুৰ্থাংশ | ২·৬ | ১·৪ | ১১·১ | ৬·৫ |
| বাৰ্ষিক গড় | ৩·১ | ১ ৮ | ১০·৫ | ৬·০ |
| ১৯৬৪ | | | | |
| ১ম চতুৰ্থাংশ | ২·৯ | ১·৬ | ১০·৭ | ৬ ১ |
| ২য় চতুৰ্থাংশ | ৪·৯ | ১·৬ | ১০ ৬ | ৬ ৬ |
| ৩য় চতুৰ্থাংশ | ৪·৮ | ৩·১ | ১০·২ | ৬ ১ |
| ৪ৰ্থ চতুৰ্থাংশ | ৩·১ | ১·৯ | ১০·৮ | ৬·৭ |
| বাৰ্ষিক গড় | ৩·৮ | ২·৩ | ১০·৭ | ৬ ৪ |

কেইবা শ হেজাৰ ডলাৰো হয়। তেওঁলোকে বিশেষ বনাচো পায় আৰু তাক সচৰাচৰতে দিয়া হয় খুব কম মূল্যত অংশৰ আকাৰত। তাৰ উপৰিও বিত্তীয় মুৰব্বী সকলে কৰ্পোৰেচনৰ ধনৰ ডাঙৰ অংশ এটা ব্যক্তিগত প্ৰয়োজনৰ কাৰণে খৰচ কৰে। এমেৰিকাৰ ৰাজকোষৰ তৰফৰপৰা প্ৰকাশিত চৰকাৰী তথ্য মতে

১৯৫৭ চনত উদ্যোগবোৰৰ বাজেটত দেখুওৱা কর্পোৰেচনৰ মুৰব্বীসকলৰ বার্ষিক ব্যক্তিগত খৰচৰ পৰিমাণ হৈছিল পাঁচৰ পৰা দহ হেজাৰ নিযুত ডলাৰ পর্যন্ত। এইকথা আঙুলিয়াই দিয়া উচিত যে এই বিশেষ উপার্জন কৰমুক্ত যেহেতু উৎপাদনৰ খৰচৰ ভিতৰত ধৰা হয়। বৃহৎ বিত্তীয় মালিকবোৰে তেওঁলোকৰ আচল উপার্জন সযতনে লুকুৱাই ৰাখে। তৎসত্ত্বেও, বিত্তীয় কুলীনগোষ্ঠীয়ে কিভাবে তাৰ উপার্জন লাভ কৰে, তাৰ কেৱল, তালিকাটোৱেই নিয়ন্ত্রিত উদ্যোগবোৰত নিয়োজিত মূলধনৰ বাবদ ই কি অভাৱনীয় পৰিমাণ লভ্যাংশ পায়, তাৰ ইঙ্গিত দিয়ে। তাৰ তুলনাত ক্ষুদ্ৰ অংশীদাৰবোৰৰ লাভ দুখলগা যেন লাগে।

আমি বৃহৎ বিত্তীয় মালিকবোৰে জনসাধাৰণক লুণ্ঠন কৰাৰ মাত্ৰ কেইটামান পথৰ সামা চিত্ৰিত কৰিছো, কাৰণ ইয়াত তাৰ এক বিস্তাৰিত বিৱৰণ দিয়া মুঠেই সম্ভৱ নহয়।

তেওঁৰ 'কেপিটেল' গ্রন্থত মাৰ্ক্সে দেখুৱাইছে—পুঁজিবাদী সমাজত, সকলো বৈষয়িক মূল্যৰ উৎপাদনকাৰী এজন মজুৰ কিয় আৰু কেনেকৈ সদায় মজুৰ হৈয়ে থাকে আৰু পুঁজিপতি এজনে সদায়েই সেই মূল্য আত্মসাৎ কৰে। ইতিহাসত প্ৰথমবাৰৰ কাৰণে মাৰ্ক্সে বুৰ্জোৱা সমাজৰ মূলশ্ৰেণীসমূহৰ **পুনৰুৎপাদনৰ পদ্ধতি** প্ৰকাশ কৰিলে। আজিৰ বাস্তৱতাৰ অধ্যয়নৰ কাৰণে মাৰ্ক্‌সৰ পদ্ধতি চাবিকাঠি। বিত্তীয় কুলীন গোষ্ঠীৰ শাসনৰ ক্ৰিয়া-কৌশল তাৰ পুনৰুৎপাদনৰ বিশেষত্বসমূহ আৰু বুৰ্জোৱা সমাজৰ সকলো শ্ৰেণী আৰু অংশৰ ওপৰত তাৰ আধিপত্যৰ উৎস আৰু পন্থাসমূহ প্ৰকাশ কৰে।

যোৱা কেইদশকমানৰ ভিতৰত বিত্তগ্ৰুপবোৰৰ গাঁথনিত এটা ক্ৰমপৰিৱৰ্তন পৰিলক্ষিত হৈছে। যিবোৰ উদ্যোগ লৈ এটা নিৰ্দিষ্ট বিত্ত গ্ৰুপৰ গঠন হয় সেই উদ্যোগবোৰৰ গ্ৰুপটোৰ মুৰত থকা বৃহৎ পুঁজিপতিসকল ব্যক্তিগতভাৱে মালিক নহয়। আচল নিয়মত, নিয়ন্ত্ৰণকাৰী অংশগোটসমূহৰ গৰাকী হোৱা বা 'কোটাশলীয়া পৰিচালকত্ব'ৰ ওপৰতেই সিবোৰৰ শক্তি প্ৰতিষ্ঠিত। আৰু "কোটাশলীয়া পৰিচালকত্ব" অংশীদাৰী লোৱাৰ লগত ঘনিষ্ঠভাৱে সংযুক্ত। কোনো উদ্যোগৰ পৰিচালনাত বা পৰিচালক বৰ্ডত অংশগ্ৰহণৰ সম্ভাৱনা নিৰ্ভৰ কৰে হাতত ৰখা অংশৰ পৰিমাণৰ ওপৰত। এজন বিত্তযোগানকাৰীয়ে যিমানে

বেছি অংশ লয় সিমানে তেওঁ বেছি বিশ্বাস অৰ্জন কৰে, সিমানেই তেওঁৰ পুঁজিপতিমণ্ডলীত স্থান বেছি উচ্চ হয়, কিন্তু যেহেতু, এটা উদ্যোগ নিয়ন্ত্ৰণ কৰিবৰ কাৰণে তাৰ অংশৰ শতকৰা দহভাগৰ বেছি কিনাৰ বিশেষ প্ৰয়োজন নহয়, প্ৰতিযোগীবোৰে সিমান সংখ্যক বা তাৰো বেছি অংশ কিনিব পাৰে আৰু তাৰ দ্বাৰা সেই বিত্ত-গ্ৰুপত প্ৰৱেশ কৰিব পাৰে। পুৰণা বিত্তগ্ৰুপবোৰৰ ভগ্নীকৰণ আৰু তাৰঠাইত আন বৃহৎ পুঁজিপতিৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰা নতুন গ্ৰুপ প্ৰতিষ্ঠা কৰা হয়।

অনেক সময়ত একে পৰিয়ালক লৈ হোৱা গ্ৰুপবোৰ ভাগি যায় আন বিত্ত গ্ৰুপৰ ব্যক্তিৰ লগত বিবাহৰ মাজেদি। এক বিত্তগ্ৰুপৰ অন্তৰ্গত উদ্যোগবোৰ যিমানেই বেছি ভিন্ন হয় সিমানেই গ্ৰুপৰ কাম-কাজ ব্যক্তিবিশেষে বা এটা পৰিয়ালৰ দ্বাৰা চালনা কঠিন বা কাৰ্যতঃ অসম্ভৱ হৈ পৰে। তাৰোপৰি, এটা বিত্তগ্ৰুপৰ চতুৰ আৰু উদ্যোগী প্ৰতিষ্ঠাতাবোৰৰ সদায় সমানেই চতুৰ সন্তানাদি নাথাকে। বৃহৎ বিত্ত মালিক সকলৰ সতি-সন্ততিবোৰে জীৱনৰ সকলো সোৱাদ উপভোগত অভ্যস্ত হোৱাৰ ফলত, সদায়েই ব্যৱসায় চিন্তা কৰিবলৈ ইচ্ছা নেদেখুৱায় আৰু বেছিভাগ ক্ষেত্ৰতে অতি জটিল কামকাজবোৰ তদাৰক কৰাত সামৰ্থ্য নেদেখুৱায়। সুদক্ষ মেনেজাৰ নিয়োগ কৰিব লগা হয় যিসকল পাছত গৈ বিত্ত গ্ৰুপৰ অংশীদাৰ হয়, 'পৰিয়াল গ্ৰুপবোৰ ভগ্নীকৰণৰ' ইয়ো এটা কাৰণ।

এটা পৰিয়ালৰ হাতত থকা মূলধনৰ ভিত্তিত গঢ়ি উঠা 'পৰিয়াল গ্ৰুপবোৰৰ কাষত কোনো নিৰ্দিষ্ট অৰ্থনৈতিক এলেকাৰ বেঙ্কাৰ আৰু উদ্যোগপতিসকলৰ দৃঢ় সংযুক্তি হিচাপে আন গ্ৰুপবোৰে নিজকে জোৰেৰে আগবঢ়ায়। এমেৰিকাত এনে গ্ৰুপৰ উদাহৰণ হৈছে কালিফৰ্নিয়া, চিকাগো, টেকচাচ আৰু আনঠাইৰ গ্ৰুপবোৰ।

শতিকাৰ আৰম্ভণিতে এমেৰিকাৰ আঠোটা গ্ৰুপৰ প্ৰতি পাঁচোটা 'পৰিয়াল' ভিত্তিক আছিল, সেই ঠাইত এতিয়া থকা ওঠৰটা বিত্ত গ্ৰুপৰ এটাও সম্পূৰ্ণ 'পৰিয়ালভিত্তিক' নহয়। গ্ৰুপৰ প্ৰতিষ্ঠাতাজনৰ নামটো দি ৰখাটো অনেক সময়ত তাক প্ৰতিষ্ঠা কৰোতে সেই পৰিয়ালে দিয়া সেৱাকাৰ্যৰ প্ৰতি সন্মানৰ চিনৰ কাৰণেহে বেছিকৈ হয়—তাৰ ওপৰত থকা সেই পৰিয়ালৰ বৰ্তমান প্ৰভাবৰ বাবে নহয়।

পবিয়ালভিত্তিক বিত্ত গ্ৰুপবোৰ ভাগি যোৱা ধাৰা আৰু ভালেখিনি বৃহৎ পুঁজিপতি মিলি গ্ৰুপ স্থাপন কৰাৰ প্ৰতি দেখা প্ৰৱণতা যুক্তিসিদ্ধ আৰু এই কথা ভবাৰ কোনো ফল নাই যে বিত্তীয় কুলীন গোষ্ঠীব্যৱস্থা শেষ হৈ গৈছে। একচেটিয়া পুঁজিৰ একনায়কত্ব এক পবিয়ালভিত্তিক গ্ৰুপবোৰৰ জৰিয়তে প্ৰয়োগ কৰা হওক বা সিহঁতৰ গঠন পবিৱৰ্তন হওক এইবোৰ কথাৰ সম্পৰ্ক বিত্তীয় কুলীন গোষ্ঠী-**ব্যৱস্থাৰ** লগত আৰু ই তাৰ **মূল প্ৰকৃতিৰ** কোনো পৰিবৰ্তন নদেখুৱায়।

## বিত্তীয় কুলীনগোষ্ঠী আৰু শ্ৰমজীৱী জনসাধাৰণ

একচেটিয়া প্ৰতিষ্ঠানবোৰ আৰু বিত্তীয় কুলীনগোষ্ঠীৰ আধিপত্যত যোৱা পঞ্চাশ বছৰে হোৱা পৰিবৰ্তনে জীৱনধাৰণ পৰিস্থিতিত আৰু অগ্ৰসৰ পুঁজিবাদী দেশবোৰত শ্ৰমজীৱী মানুহে তেওঁলোকৰ অধিকাৰৰ কাৰণে চলোৱা সংগ্ৰামত গুৰুত্বপূৰ্ণ পৰিবৰ্তন আনি দিছে। এই পৰিবৰ্তনবোৰ প্ৰতি-দশকৰ কাৰণে নিৰ্দিষ্টতাপূৰ্ণ।

পুঁজিবাদী দেশবোৰত দুই মহাযুদ্ধৰ মাজৰ সময়ছোৱাৰ বৈশিষ্ট্য হ'ল—চৰম মন্থৰ অৰ্থনৈতিক উন্নয়ন। উৎপাদনে কাৰ্যতঃ কোনো নতুন কৰ্মৰ সৃষ্টি নকৰিলে। কেৱা নিযুক্ত পৰিমাণ নিবনুৱা কাচিৎ মাজে-মাজে দেখা দিয়া অৰ্থনৈতিক উত্থানত নাইকিয়া নহ'ল আৰু অৰ্থনৈতিক স্থবিৰতা আৰু সঙ্কটৰ সময়ত তো নহলেই। দুই মহাযুদ্ধৰ মাজৰ সমগ্ৰ কালছোৱা জৰি কৃষিসঙ্কট চলিয়েই থাকিল।

যিবিলাক দেশত জনসাধাৰণৰ অৱস্থা বিশেষভাৱে কঠিন হ'ল আৰু বৈপ্লৱিক উত্থানৰ বিপদ দেখা দিলে, একচেটিয়া পুঁজিয়ে প্ৰকাশ্য সন্ত্ৰাসবাদী ফেচিষ্ট এক-নায়কত্বৰ পথ ললে। তাৰ ইতিহাসৰ সেই কালিমাময় কালৰ অন্তত সাম্ৰাজ্যবাদে মানৱতাক ২য় মহাযুদ্ধৰ ধ্বংসযজ্ঞত ডুবাই দিলে।

সেই যুদ্ধৰ ফল হিচাপে ভালেমান দেশত পুঁজিবাদৰ খহিপৰা ক্ষিপ্ৰতৰ হ'ল আৰু জনসাধাৰণৰ জীৱনলৈ সুগভীৰ পৰিৱৰ্তন আনি দিয়া সমাজতান্ত্ৰিক ব্যৱস্থাই জন্মলাভ কৰিলে।

**এই নতুন ঐতিহাসিক পৰিস্থিতিত একচেটিয়া পুঁজিয়ে শ্ৰেণী-পাৰ্থক্যৰ আৰু তীব্ৰ অৱনতি হ'বলৈ দিব নোৱাৰে।**

সেইকাৰণেই যুদ্ধপৰৱৰ্তী সাম্ৰাজ্যবাদে নতুন বৈশিষ্ট্য গ্ৰহণ কৰিলে।

**অৰ্থনৈতিক ক্ষেত্ৰত,** বিত্তীয় কুলীনগোষ্ঠীয়ে শ্ৰমিক শ্ৰেণীক দাবিদ্ৰ্যত ৰাখিবলৈ সক্ষম হোৱা নাই। অৰ্থনৈতিক অধিকাৰৰ কাৰণে শ্ৰমিকশ্ৰেণীৰ আন্দোলন এতিয়া বেছি অনুকূল পৰিৱেশত চলিব ধৰিছে।

**ৰাজনৈতিক ক্ষেত্ৰত,** যোৱা যুদ্ধৰ সময়ত ইমান কুখ্যাতি অৰ্জন কৰা প্ৰকাশ্য সন্ত্ৰাসবাদী একনায়কত্বৰ পথ লোৱা বিপজ্জনক হৈ পৰিছে। ৰাজনৈতিক আপোচৰ কাৰণে চেষ্টা স্বৈৰাচাৰী শাসনৰ আজি এটা বিশেষ দিশ।

**আদৰ্শগত ক্ষেত্ৰত,** শ্ৰমজীৱী মানুহৰ শক্তি শ্ৰেণী সংগ্ৰামৰপৰা কমিউনিষ্ট-বিৰোধী ভাৱাদৰ্শৰ আৰু পুঁজিবাদৰ "ৰূপান্তৰ" আদি তত্ত্বৰ জৰিয়তে আনফালে ঘূৰাই দিয়াৰ চেষ্টা হৈছে। শ্ৰমিকসকলৰ ওচৰত সামান্য পৰিমাণ অংশ বিক্ৰী কৰি আৰু লগে লগে শ্ৰমিকসকলে যাতে পুঁজিৰ শ্ৰেণী-স্বাৰ্থ বিপদাপন্ন নকৰা কাম-কাজত উপযুক্ত নিয়ন্ত্ৰণত নিজকে আবদ্ধ কৰিব পাৰে তাৰ বাবে নতুন ক্ৰীড়া, সাংস্কৃতিক আৰু আন তেনে ধৰণৰ সুযোগৰ সৃষ্টি কৰি একে উদ্দেশ্যকেই সিদ্ধ কৰা হয়।

সাম্ৰাজ্যবাদীবোৰে সৰহাৰা শ্ৰেণীক কেৱল এক কৰ্ম-যন্ত্ৰ বুলি আৰু বিবেচনা কৰিব নোৱাৰা হৈছে। আজি সাম্ৰাজ্যবাদে তাৰ শাসন ৰক্ষা কৰিবৰ কাৰণে সংগ্ৰামৰ এক নতুন কৌশল নিৰ্ধাৰণ কৰিছে। উদাহৰণ স্বৰূপে, সামাজিক সংঘৰ্ষ ৰোধ কৰিবৰ কাৰণে তথাকথিত ঔদ্যোগিক সমাজ-বিজ্ঞানে এই উদ্দেশ্যকে সিদ্ধ কৰে। শ্ৰমিকশ্ৰেণীৰ ৰাজনৈতিক কাজকৰ্মত প্ৰভাৱান্বিত কৰা পৰিৱেশ অধ্যয়ন কৰি বুৰ্জোৱা সমাজ-বিজ্ঞানীসকলে এই কাম-কাজ প্ৰভাৱান্বিত কৰাৰ উপায় বিচাৰে।

শ্ৰমিকৰ জীৱনৰ কাৰণে পুঁজিপতিৰ 'ভাবনা'ৰ বেলেগ বেলেগ ৰূপ সাম্ৰাজ্য-বাদৰ এই নতুন কৌশলৰ অন্তৰ্ভুক্ত। এই সকলোবোৰৰ লক্ষ্য শ্ৰমিকসকলৰ শ্ৰেণী-চেতনা ভোতা কৰা আৰু তেওঁলোকৰ সংগ্ৰামক ভিতৰি দুৰ্বল কৰা।

এই নতুন ঐতিহাসিক পৰিস্থিতিত শ্ৰমিকসকলৰ অৰ্থনৈতিক সংগ্ৰামে, নিয়ম হিচাপেই তাৎপৰ্যপূৰ্ণ ফল সৃষ্টি কৰে।

আজি বুৰ্জোৱা গোষ্ঠীয়ে মজুৰিৰ বিষয়ত আগতে নোহোৱা ধৰণৰ বৃহৎভাৱে সুবিধা দিবলৈ বাধ্য হৈছে। এই সুবিধাবোৰ দিয়াৰ লগে লগে সাম্ৰাজ্যবাদী-

বোৰে দাম বৃদ্ধি কৰি তাক নাকচ কৰিব বিচাৰে। উদাহৰণ স্বৰূপে, ১৯৫৮ আৰু ১৯৬৫ চনত এমেৰিকাত সাধাৰণ মজুৰিৰ শতকৰা ২০ ভাগ বৃদ্ধিৰ লগে লগে খুচুৰা মূল্য শতকৰা ১০ ভাগ বৃদ্ধি হ'ল। সেই একে সময়তে, ইটালীয় শ্ৰমিকৰ মজুৰি শতকৰা ৮০ ভাগ বাঢ়িল আনহাতে অকল ভোগ্যদ্ৰব্যৰ দামেই বাঢ়িল শতকৰা ২৫ ভাগ। ইয়াৰ উপৰিও, ভাড়া, যান-বাহন আৰু জন-সেৱা-সমূহৰ মূল্য পোনকোবেই বহুত বাঢ়িল।

উন্নত পুঁজিবাদী দেশত আজি শ্ৰমিকৰ জীৱনৰ এশ বছৰৰ আগতে বৃটেনৰ শ্ৰমিকশ্ৰেণীৰ অৱস্থা অনাবৃত কৰোতে, এঙ্গেলচে দেখুওৱা অৱস্থাৰ লগত কোনো সাদৃশ্য নাই।

তেওঁলোকে এতিয়া আৰু ফটা-ছিটা কাপোৰ নিপিন্ধে, নাইবা লেতেৰা ৰৰ্কশ্বপত নোশোৱে আৰু পুৰাৰপৰা গধূলিলৈকে কামো নকৰে। তথাপি, এফালৰপৰা চাবলৈ গ'লে সৰ্বহাৰাৰ অৱস্থা বেয়াৰ ফাললৈহে ঢাল লৈছে। কিছুমান তথ্যই এই কথা প্ৰমাণ কৰে।

যোৱা এশ বছৰত সৰ্বহাৰাই সৃষ্টি কৰা সকলো সম্পদ পুঁজিপতিবোৰৰ সম্পত্তিত পৰিণত হৈছে। অপাৰ মূল্যৰ সৃষ্টি হৈছে, যিবোৰে পুঁজিপতি শ্ৰেণী আৰু তাৰ ওপৰত থকা অংশ একচেটিয়া গোষ্ঠীক চহকী কৰিছে। বিত্তীয় কুলীনগোষ্ঠী উৎপাদনৰ অধিকতৰ গুৰুত্বপূৰ্ণ আহিলা-পাতি, মূলধনৰ বৃহত্তৰ অংশ আৰু পৃথিবীৰ বৈষয়িক ভাণ্ডাৰৰ গৰিষ্ঠ অংশৰ গৰাকী হৈছে।

এশ বছৰৰ আগতে যেনে আছিল ঠিক তেনেকৈয়ে আজিও এই সকলো সম্পদৰ স্ৰষ্টা শ্ৰমিক উৎপাদনৰ অহিলাৰ গৰাকী নহয়। সঁচা কথা যে তেওঁ যি সৃষ্টি কৰে তাৰ এমুঠিমানত অধিকাৰ আছে কিন্তু সিও সঙ্কট নোহোৱা আৰু তেওঁ নিবনুৱা নোহোৱা পৰ্যন্ত।

ধনী আৰু দৰিদ্ৰৰ মাজত ব্যৱধান আজিৰ নিচিনা বিৰাট কাহানিও নাছিল। এশ বছৰৰ আগতে কেইহাজাৰমান ডলাৰৰ মালিক এজন পুঁজিপতিক ধনবান বুলি ভবা হৈছিল। আজি পুঁজিৰ বৃহৎ মালিকবোৰ শ শ, হেজাৰ হেজাৰ নিযুত ডলাৰৰ গৰাকী। উদাহৰণস্বৰূপে ৭ম দশকৰ আৰম্ভণিত ৰকফেলাৰ মূলধনৰ পৰিমাণ আছিল চাৰি হেজাৰ নিযুত ডলাৰ, ফৰ্ডৰ আছিল ৩,৮০০ নিযুত ডলাৰ, মেলনৰ-৪,৭০০ নিযুত, ডুপঁৰ আছিল ৫,০০০ নিযুত আৰু হাণ্টচ,

বিচার্ডচন আৰু মার্চিচনৰ আছিল গাইপতি ৬০০ নিযুত ডলাৰকৈ। ১৯৬১ চনত জনসংখ্যাৰ ০·৫ ভাগ ইংলণ্ডৰ বিত্তীয় কুলীনগোষ্ঠীয়ে জাতীয় সম্পদৰ শতকৰা ২৭ ভাগ আয়ত্ত কৰিছিল।

জাতীয় আয়ত শ্রমিক শ্রেণীৰ অংশ কমিছে। ১৮৯১ চনত বৃটেনৰ জাতীয় আয়ৰ শতকৰা ৪৩ ভাগ গঠন কৰিছিল শ্রমিক সকলৰ উপার্জনে আৰু ১৯৬৩ চনত সি শতকৰা ২৬ ভাগলৈ নামি আহিল (টেক্স আদায়ৰ পাছত)। উনবিংশ শতিকাৰ মাজভাগত এমেৰিকাৰ কাৰখানা শিল্পৰ তথাকথিত সংযোজিত মূল্যৰ শতকৰা ৫১ ভাগ মজুৰিৰ দ্বাৰা গঠিত হৈছিল; শতাব্দীৰ শেষৰ ফালে সি হ'ল শতকৰা ৪১ ভাগ আৰু ১৯৬৩ চনত শতকৰা ৩৩ৰ কম।

পুঁজিবাদী দেশবোৰত শ্রমিকশ্রেণীৰ জীৱন ভৱিষ্যত এক অবিৰত আশঙ্কাৰ দ্বাৰা আক্রান্ত। নিষ্কর্ম জীৱনৰ ভীতি অর্থাৎ নিয়োগকাৰী হিচাপে পুঁজিপতি-ভীতি আৰু ঋণদাতা হিচাপে পুঁজিপতি-ভীতি প্রত্যেক পৰিয়ালৰ মূৰৰ ওপৰত বিভীষিকাৰ দৰে ওলমি আছে।

বর্তমান, নতুন শিল্পৰ ক্ষিপ্র আবির্ভাৱৰ সময়ত, সকলো পুঁজিবাদী দেশতে নিবনুৱাৰ হাৰ উচ্চ নহয়। কিন্তু আমেৰিকাত ই উচ্চতম আৰু আমেৰিকা হৈছে কাৰিকৰী দিশৰপৰা আটাইতকৈ অগ্রসৰ পুঁজিবাদী দেশ আৰু তাত পৃথিৱীৰ যেই কোনো অঞ্চলতকৈ উদ্যোগৰ যান্ত্রিকীকৰণ বেছি। সেইকাৰণে আন আন পুঁজিবাদী দেশত উন্নয়নৰ ধাৰাৰ সি নিদর্শন হিচাপে কাম কৰিব পাৰে। মাত্র ১৯৫৫ চনতহে চৰকাৰীভাৱে স্বীকৃত নিবনুৱাৰ হাৰ উপার্জনশীল কর্ম-নিযুক্তসকলৰ শতকৰা ৪·৪ ভাগলৈ নামিছিল। যুদ্ধ-পৰৱর্তী যুগৰ বাকী সময়ছোৱাত ই সদায়েই শতকৰা ৫ আৰু ৬ ভাগৰ ভিতৰত আছে। ৪ নিযুত নিবনুৱা পুঁজিৰ ওচৰত স্বাভাৱিক বলি। নিবনুৱাসকলৰ ভিতৰত বহুতৰে নতুন শিল্প বিকাশৰ ফলত দক্ষতা অপ্রচলিত হৈছে বা সম্পূর্ণ হেৰাই গৈছে। কর্পোৰেচনবোৰে কাচিৎহে সিহঁতৰ কর্মীবোৰক পুনৰপ্রশিক্ষণ দিয়ে; সিহঁতক কর্মৰতসকলৰ ওপৰত হেঁচা দিবৰ কাৰণে নিবনুৱা বাহিনীৰ প্রয়োজন।

শ্রমিকসকলৰ ভৱিষ্যতৰ সম্ভাৱনাও বিশেষ আশাপ্রদ নহয়।

কাৰিকৰী বিপ্লৱে এনে এক পৰিস্থিতি সৃষ্টি কৰিছে যে উত্তৰোত্তৰ শিল্পোন্নয়নে জনশক্তিৰ কাৰণে চাহিদা বোধগম্যভাৱে বৃদ্ধি নকৰে। প্রতি একক

উৎপাদনৰ বাবে প্ৰয়োজনীয় কেঁচামালাৰ ক্ৰমাগত হ্ৰাস, আনুষঙ্গিক উৎপন্ন বস্তুৰ বৰ্ধিত ব্যৱহাৰ, সংশ্লেষিত বস্তুৰ বিকাশ এই সকলোবোৰে এমেৰিকাৰ খনি আৰু আকৰিক শিল্পসমূহত নিয়োজিত শ্ৰমিকৰ সংখ্যা চৰম হ্ৰাসৰ ফালে লৈ গৈছে। সমগ্ৰ যুদ্ধ-পৰৱৰ্তী যুগৰ এই শিল্পবোৰত আটাইতকৈ বেছি শ্ৰমিক নিযুক্ত আছিল, ১৯৫১ চনত—৯২৯,০০০ জন। ১৯৬৩ চনত অৰ্থাৎ ১২ বছৰ পাছত সেই সংখ্যা ৬১৬,০০ লৈ নামি আহিল।

য'ত ১০০ বছৰৰ আগত শিল্পত নিয়োজিত শ্ৰমিকসকলে জনশক্তিৰ চাহিদা বৃদ্ধি আশা কৰিব পাৰিছিল উত্তৰোত্তৰ পুঁজিবাদী বিকাশৰ ফল হিচাপে, আজি আৰু তেনে আশাৰ থল নাই।

শিল্পৰ একচেটিয়া আধিপত্যই পুঁজিৰ বৃহৎ মালিকবোৰৰ কাৰণে 'সোণালী যুগ' আনিছে, যি সময়ত শ্ৰমিকসকলৰ কাৰণে আহিছে নতুন আৰু এতিয়ালৈকে অজ্ঞাত সমস্যা।

পুঁজিবাদী দেশবোৰৰ জীৱন নিৰ্বাহৰ উপায়সমূহ হেৰুওৱাৰ বিপদেই কেৱল শ্ৰমিকসকলক উদ্বিগ্ন কৰা নাই। 'জীৱন নিৰ্বাহৰ আজিও কোনো পথ নথকা' মানুহৰ সংখ্যা বিৰাট। এক মাৰ্কিন সূত্ৰৰপৰা জানিব পাৰি যে পৃথিৱীৰ আটাইতকৈ চহকী পুঁজিবাদী দেশ এমেৰিকাত ৩৬ নিযুত নাগৰিক দাৰিদ্ৰ্যাক্ত বাস কৰে। এমেৰিকাৰ দৰিদ্ৰসকল কেৱল নিৰন্নুৱাসকলৰেই সমষ্টি নহয়। নিৰন্নুৱাবোৰ এই অংশ মানুহৰ শতকৰা ২৮ ভাগহে। ৬৫ বছৰৰ ওপৰ বয়সীয়া বুঢ়া মানুহ ইয়াৰ শতকৰা ২৩ ভাগ আৰু শতকৰা ২২ ভাগ হ'ল কম মজুৰিত খটুওৱা নিগ্ৰো আৰু শতকৰা ১৭ ভাগ হল সৰ্বনাশ হোৱা খেতিয়ক।

বুৰ্জোৱাসমাজৰ আন এটা প্ৰধান শ্ৰেণী খেতিয়কসকলক সাম্ৰাজ্যবাদে কি দিছে? তথ্যই এই কথা দেখুৱায় যে একচেটিয়া আৰু বিত্তীয় কুলীন গোষ্ঠীৰ আধিপত্যই সেই শ্ৰেণীটোৰ অস্তিত্বকেই বিপন্ন কৰিছে।

বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱে কৃষি উৎপাদনত ঔদ্যোগিক স্তৰ আনি দিছে। কিন্তু দামী যন্ত্ৰপাতিৰ প্ৰচলন ডাঙৰ ডাঙৰ পামতহে অৰ্থনৈতিক-ভাৱে যুক্তিযুক্ততাপূৰ্ণ। সেই কাৰণে কৃষিক ঔদ্যোগিক কৰাৰ পৰিণাম হল ক্ষুদ্ৰ কৃষকসকলৰ সৰ্বনাশ আৰু উৎসাদন। 'ক্ষুদ্ৰায়তন কৃষি'ৰ স্থিৰতাৰ কুখ্যাত

তত্ত্ব পাহৰি যোৱা হ'ল। তাৰ ঠাই ললে ক্ষুদ্ৰ কৃষিৰ অনুপযুক্ততাৰ তত্ত্বই আৰু সিবোৰৰ বিৰুদ্ধে ৰাষ্ট্ৰীয় আৰু একচেটিয়া ব্যৱস্থাৰ দস্তুৰে। স্বাভাৱিক আৰু পৰিকল্পিতভাৱে সৃষ্ট কাৰণসমূহ গোট হৈ এমেৰিকাৰ ক্ষুদ্ৰ কৃষক সকলৰ সৰ্বনাশ কৰাত বিশেষ কাৰ্যকৰী হ'ল। ১৯৩৫ চনত প্ৰথম কৃষকসকলৰ সংখ্যা হ্ৰাস পোৱাটো দেখা যায়, তাৰপৰা ১৯৫৩ চনলৈ এই ১৮ বছৰৰ ভিতৰত ই প্ৰায় এক তৃতীয়াংশ কমিল। যুদ্ধ-পৰৱৰ্তী অৱস্থাত মাত্ৰ ১০ বছৰৰ ভিতৰত আৰু এক তৃতীয়াংশ কমিল (১৯৫৩-১৯৬৩)। ফলত কৃষক জনসংখ্যা ১৯৩৫ চনৰ ৩২.২ নিযুতৰপৰা ১৯৬১ চনত ১৩.৪ নিযুতলৈ কমিলে—আন কথাত, মুঠ জনসংখ্যাৰ শতকৰা ২৫.৩ৰপৰা শতকৰা ৭.১ লৈ। কিছুমান বছৰত শতকৰা ১৩ ভাগ পৰ্যন্ত কৃষক আৰু কৃষক পৰিবাৰে কৃষি ত্যাগ কৰিছিল। ১৯৩৫ চনৰ ৬৮১১ হেজাৰ খন কৃষি পাম কমি আহি ১৯৬২ চনত ৩,৬৮৮ হেজাৰ খন হোৱা সত্ত্বেও এমেৰিকাৰ ৰাষ্ট্ৰপতিয়ে ১৯৬৫ চনৰ জানুৱাৰীত ঘোষণা কৰিছিল যে বৰ্তমানৰ অৱস্থাত মাত্ৰ এক নিযুত পামহে যথেষ্ট পৰিমাণে লাভজনক হ'ব পাৰে আৰু, সেই কাৰণে কৃষি পামৰ সংখ্যা আৰু হ্ৰাস পোৱাটো এক অৱধাৰিত কথা।

• একচেটিয়া প্ৰতিষ্ঠানবোৰে খেতিয়কসকলৰ সৰ্বনাশ কৰাৰ ধাৰাটো খুবেই জটিল। প্ৰথমতে একচেটিয়াবোৰে কৃষিৰ উৎপন্নৰ দাম কমাই দিলে আৰু খেতিয়ক সকলক বিক্ৰী কৰা বস্তুৰ দাম বঢ়াই দিলে, ইতিমধ্যে খেতিয়ক সকলৰ বন্ধকী আৰু ঋণৰ দেনা বাঢ়ি গল; শেষ স্তৰত একচেটিয়াবোৰে যান্ত্ৰিক প্ৰতিষ্ঠান স্থাপন কৰিলে আৰু এইবোৰৰ লগত ক্ষুদ্ৰতৰ পামবোৰে প্ৰতিযোগিতা কৰিব নোৱাৰা হ'ল।

যোৱা পঞ্চাশ বছৰৰ ভিতৰত কৃষক আৰু ক্ৰেতাসকলৰ মাজৰ আগৰ পোনপটীয়া সংযোগ সম্পূৰ্ণৰূপে নষ্ট হৈছে। কৃষিৰ পৰা হোৱা লাভৰ সৰহ আৰু আচল অংশটো একচেটিয়াবোৰে পায় আৰু এতিয়া কৃষক আৰু ক্ৰেতাৰ মাজত সিহঁতে স্থান লৈছে। এই পৰিস্থিতি কেৱল এমেৰিকাতেই পৰিলক্ষিত হোৱা নাই। বৃহৎ পুঁজিয়ে আজি সকলো অগ্ৰসৰ দেশতে বহলভাৱে ক্ষুদ্ৰ কৃষক সকলৰ সৰ্বনাশ সাধন কৰিছে আৰু তেওঁলোকক সৰ্বহাৰাৰ শাৰীত থিয় দিবলৈ বাধ্য কৰিছে—যি সৰ্বহাৰাৰ ভিতৰত অন্তৰ্ভুক্ত লাখ লাখ নিবনুৱা।

লাগে লাগে একচেটিয়া পুঁজিৰে অনা-কৃষি ক্ষুদ্ৰায়তন উদ্যোগৰ বিকাশত উদগনি দিছে। যুদ্ধ-পৰৱৰ্তী যুগত এমেৰিকাত ক্ষুদ্ৰ আৰু মধ্যমীয়া আয়তনৰ অনা-কৃষি শিল্প প্ৰায় ৩ গুণ বৃদ্ধি হ'ল। এই সময়ৰ আৰম্ভণিতে ক্ষুদ্ৰ আৰু মধ্যমীয়া আয়তনৰ উদ্যোগৰ ২ গুণ কৃষিপাম আছিল; কিন্তু '৬০ৰ বছৰবোৰৰ আৰম্ভণিত সেই অনুপাত সম্পূৰ্ণ ওলোটা হ'ল। ক্ষুদ্ৰায়তন উদ্যোগৰ মালিকবোৰ জনসংখ্যাৰ দ্বিতীয় বৃহৎ অংশত পৰিণত হৈছে (শ্ৰমিক শ্ৰেণীৰ সংখ্যা বৃহত্তম)। কৃষক সকলৰ কথা কবলৈ গলে, সিবোৰৰ তৃতীয় সামাজিক গোট গঠন কৰিছে।[১] একে ধৰণৰ এক প্ৰৱণতা আন আন অগ্ৰসৰ পুঁজিবাদী দেশবোৰতো দেখা গৈছে।

অৰ্থনৈতিক অধোগমন আৰু সঙ্কটৰ সময়ত ক্ষুদ্ৰায়তন উদ্যোগবোৰ আটাইতকৈ বেছি বিপদমুখী হয়। সিবোৰে নিম্নতম লাভত চলে আৰু পৰিস্থিতি বেয়াৰ ফাললৈ যোৱাৰ লগে লগেই সহজেই লোকচানলৈ পৰিৱৰ্তন হ'ব পাৰে। বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱৰ বৰ্তমান সময়ছোৱা শেষ হ'লে আৰু অৰ্থনীতি বেছি ডাঙৰ মন্দাৰ পৰা ভুগিব লগীয়া হ'লে, এই সামাজিক গোটটোৱেই বিত্তীয় কুলীন গোষ্ঠীৰ ওচৰত প্ৰথম বলি হ'ব।

সাম্ৰাজ্যবাদী একচেটিয়া গোষ্ঠী আৰু বিত্তীয় কুলীন গোষ্ঠীৰ আগমনৰ পাছত পুঁজিবাদী দেশবোৰত মেহনতী মানুহৰ জীৱনত এইবোৰেই পৰিবৰ্তন হ'ল।

## সাম্ৰাজ্যবাদৰ ৰক্ষকবোৰৰ তত্বগত চাল

বহুদিন ধৰি বুৰ্জোৱা তাত্বিকবোৰে লেনিনৰ সাম্ৰাজ্যবাদৰ তত্ব সম্পূৰ্ণৰূপে উপেক্ষা কৰি আহিছে। এতিয়া আমি এক আশ্চৰ্যজনক ঘটনা দেখিবলৈ পাইছো—এক আচৰিত উছাহেৰে সৈতে এতিয়া তেওঁলোকে আধুনিক বুৰ্জোৱা সমাজক পুঁজিবাদৰ একচেটিয়া স্তৰ বুলি লেনিনে দিয়া ব্যাখ্যা "খণ্ডাবলৈ" লাগি গৈছে।

১। ১৯৪৭ চনত এমেৰিকাত সকলো অৰ্থনৈতিক খণ্ডত ৮.১ নিযুত প্ৰতিষ্ঠান আছিল, ইয়াৰে ৫.৫ নিযুত কৃষিপাম আছিল। ১৯৬২ চনত ৩.৭ নিযুত কৃষিপাম ধৰি মুঠ প্ৰতিষ্ঠান আছিল ১১.৪ নিযুত। বৃহৎ উদ্যোগৰ সংখ্যা (১০০ৰ বেছি শ্ৰমিক নিয়োগ কৰা) শতকৰা ২ ভাগৰ বেছি নাছিল।

এই দৃষ্টিভঙ্গীৰ পৰিবৰ্তনৰ কাৰণ দেখদেখকৈ ওলাই আছে। একচেটিয়া পুঁজিৰ আধিপত্যৰ বিৰুদ্ধে থিয় দিয়া জনসাধাৰণৰ প্ৰচেষ্টাত ভিতৰি ঘুণ লগাবলৈ বুৰ্জোৱা তাত্ত্বিকবোৰে শ্ৰমিকসকলক পতিয়ন নিয়াবলৈ চেষ্টা কৰে যে আধুনিক পুঁজিবাদক তাৰ একচেটিয়া স্তৰ্ বুলি বিবেচনা কৰিব নোৱাৰি। এইকথা মানিলোৱাৰ অৰ্থ পুঁজিবাদৰ ধ্বংসৰ ঐতিহাসিক অনিবাৰ্যতা স্বীকাৰ কৰি লোৱা; পুঁজিবাদ তাৰ অস্তিমৰ ওচৰ চাপিছে এই কথা স্বীকাৰ কৰা। তেওঁলোকে এই কথাও স্বীকাৰ কৰিব নোৱাৰে যে জনসাধাৰণৰ দুৰ্দশাৰ কাৰণে একচেটিয়াবোৰেই জগৰীয়া। পুঁজিবাদী ৰাজনৈতিক অৰ্থনীতিৰ কাম হৈছে সকলো প্ৰকাৰে একচেটিয়া গোষ্ঠীৰ আধিপত্যৰ কথা লুকুৱাই ৰখা আৰু শ্ৰমজীৱী মানুহক এই আধিপত্যৰ বিৰুদ্ধে সংগ্ৰামৰপৰা আঁতৰাই অনা।

আজিকালি খোলাখুলিভাৱে একচেটিয়া ব্যৱস্থাৰ পক্ষে ওকালতি কৰা খুবেই কঠিন। জনসাধাৰণে জানে এই ব্যৱস্থায়েই মানৱজাতিৰ অধিকাংশৰ বাবে ঔপনিবেশিক দাসত্ব আনিছিল; ফেচিবাদৰ জন্ম দিছিল; দুখন মহাযুদ্ধৰ সৃষ্টি কৰিছিল আৰু এইটোও জানে ইয়েই অৰ্থনীতিত সঙ্কট আৰু মন্দাৰ সৃষ্টি কৰে। সাধাৰণ মানুহক কৰ্মহীনতাৰ অবিৰত ভীতিৰ মাজলৈ ঠেলি দিয়া, দাৰিদ্ৰ্য আৰু দুৰ্ভিক্ষ সৃষ্টি কৰা ব্যৱস্থা এইটোৱেই।

বিংশ শতিকাৰ পুঁজিবাদৰ প্ৰকৃত ৰূপ লুকাই ৰখা আধুনিক বুৰ্জোৱা তত্ত্ববোৰ দুই ভাগত ভগাব পাৰি। ইয়াৰ প্ৰথমটো, পৃথিবীৰ বুৰ্জোৱা অংশত হোৱা **বাস্তৱ পৰিৱৰ্তনবোৰ** স্বীকৃতিৰ ভেটিৰ ওপৰত প্ৰতিষ্ঠিত, কিন্তু ই সেইবোৰ বিত্তীয় কুলীনগোষ্ঠীৰ স্বাৰ্থত ব্যাখ্যা কৰে। তত্ত্বৰ দ্বিতীয়ভাগ সম্পূৰ্ণৰূপে বিশুদ্ধভাৱে **কল্পনামূলক**। ইয়াৰ উদ্ভাৱনকাৰীসকলে একচেটিয়াবোৰক তত্ত্বৰ ক্ষেত্ৰত “উঠাই দিয়া” আৰু সেইদৰেই বাস্তৱ সত্যত সিহঁতৰ অস্তিত্ব ঢাকি পেলোৱা আদিৰ নিচিনা ধাৰণাবোৰ লৈ ভোজবাজী খেলে।

প্ৰথম বিধৰ তত্ত্ব সম্পৰ্কে এতিয়া কেইটামান কথা কোৱা যাওক। “জনসাধাৰণৰ পুঁজিবাদ” তত্ত্বৰ উদ্দেশ্য হৈছে এইকথা প্ৰমাণ কৰা যে অনেক সৰু-সুৰা অংশীদাৰে একচেটিয়া উদ্যোগবোৰৰ অংশ কিনাৰ মাজেদি আৰু এনেদৰে তেওঁলোকৰ দাবীমতে, সেইবোৰৰ সহযোগী মালিক হোৱাৰ ফলস্বৰূপে সাম্ৰাজ্যবাদৰ প্ৰকৃত ৰূপ পৰিবৰ্তন হৈছে। আৰু দৰাচলতে বিত্তীয় কুলীনগোষ্ঠীয়ে

শ্ৰমজীৱী মানুহক সৰু সৰু অংশ বিক্ৰী কৰিবলৈ যথেষ্ট কষ্ট কৰে। এনে "অংশীদাৰ"সকলৰ সংখ্যা যিমানেই বেছি হয় সিমানেই সিহঁতৰ আধিপত্য প্ৰয়োগ কৰিবলৈ আৰু আইনতঃ একচেটিয়া গোষ্ঠীৰ "সহযোগী মালিক" শ্ৰমিক-সকলক শোষণ কৰিবলৈ সহজ হয়। এইভাৱেই সিহঁতে দাবী কৰিব পাৰে সিহঁতৰ আধিপত্যৰ বৃদ্ধিৰ অৰ্থ হৈছে "সমূহীয়া মালিকানাত থকা" উদ্যোগৰ প্ৰতি ভাবনা। স্বাভাৱিকতেই, এই কথা সতৰ্কতাৰে সৈতে গোপন কৰা হয় যে একচেটিয়া উদ্যোগবোৰৰ প্ৰকৃত মুৰব্বীবোৰে কোটি কোটি টকা গ্ৰাস কৰে যি ক্ষেত্ৰত ক্ষুদ্ৰ অংশীদাৰবোৰে এটা সামান্য অংশহে পায়। আৰু সেই যৎসামান্যৰ বাবেই ক্ষুদ্ৰ অংশীদাৰবোৰৰ সৰ্বশক্তিমান একচেটিয়া মুৰব্বীবোৰৰ বিপৰীতে কাৰ্যতঃ কোনো বক্তব্য নাই। "যৌথ" মালিকানাৰ মায়াই একচেটিয়া পুঁজিপতিবোৰক পুঁজিপতি আৰু মজুৰি আৰু বেতনভোগীবোৰৰ স্বাৰ্থৰ সমগোত্ৰীয়তাৰ ভাবধাৰা — শ্ৰেণী শান্তিৰ ভাবধাৰা প্ৰচাৰ কৰাৰ পথ সুগম কৰে। "মেনেজেৰীয় বিপ্লৱৰ" তত্ত্বও এনে এক প্ৰচেষ্টা যাৰ দ্বাৰা প্ৰমাণ কৰিব বিচৰা হয় যে বিত্তীয় কুলীন গোষ্ঠীৰ আধিপত্যকাল শেষ হৈছে যেহেতু উদ্যোগবোৰ এতিয়া পৰিচালনা কৰা হয় বেতনভোগী মেনেজাৰৰ দ্বাৰা যিসকলে পুঁজিপতিৰ স্বাৰ্থত নহয় বৰং সমাজৰ স্বাৰ্থত উদ্যোগবোৰ পৰিচালনা কৰে বুলি কোৱা হয়। কিছু পৰিমাণে এই তত্ত্ব বাস্তৱ তথ্যৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰকৃততে, বিত্তীয় কুলীন গোষ্ঠীৰ উদ্যোগবোৰৰ পোনপটীয়া পৰিচালনাৰপৰা স্ব-নিৰ্বাসন বাঢ়ি আহিছে; এমুঠি মাত্ৰ কোটিপতিৰ পৰজীৱী স্বভাৱ বাঢ়ি গৈছে। পুঁজিপতিবোৰে নিজে নিজৰ ব্যৱসায় চলোৱাৰ সেই দিন আৰু নাই। আধুনিক একচেটিয়া পুঁজিপতি ডজনে ডজনে আৰু কোনো সময়ত শই শই বিভিন্ন কাৰিকৰী আৰু অৰ্থনৈতিক প্ৰতিষ্ঠানৰ আচল মালিক। তেওঁৰ সেই দৈত্যাকাৰ সম্পত্তি পৰিচালনা কৰা তেওঁৰ পক্ষে দৈহিকভাৱে অসম্ভৱ। আৰু সেইটোৰ প্ৰয়োজনো নাই যেহেতু তেওঁ বেতনভোগী মেনেজাৰৰ জৰিয়তে সেই কাম কৰাব পাৰে—যি সকল মেনেজাৰৰ ওপৰ অংশটো নিজেই পুঁজিপতি।

বাহিৰত দেখাত, একচেটিয়া পুঁজিপতিবোৰৰ প্ৰভাৱ কমি গৈছে কিন্তু বাস্তৱতে সিহঁতৰ ক্ষমতা বাঢ়িহে গৈছে। "মেনেজেৰীয় বিপ্লৱ"ৰ তত্ত্বই ঘটনাৰ বাহ্যৰূপটো তাৰ অন্তৰ্নিহিত প্ৰকৃতিৰ ৰূপ ঢাকিবলৈ ব্যৱহাৰ কৰে।

পুঁজিবাদৰ "স্ব-অপসাৰণ"ৰ তত্ত্বই আন এক কোণৰপৰা সাম্রাজ্যবাদৰ ওকালতি কৰে। এমেৰিকাৰ অর্থনীতিবিদ আৰু এই তত্ত্বৰ উদ্ভাৱক, আই, শ্যুমিপটাৰে লিখিছে যে প্রযুক্তিবিদ্যাগত প্রগতি এটা টীম হিচাপে কাম কৰা পাকৈত মানুহ এদলৰ প্রচেষ্টাৰ ফল হিচাপে বর্ধিতভাৱে দেখা দিছে। অর্থনৈতিক উন্নয়ন শ্রমিক বিশেষৰ প্রচেষ্টাৰ ফলতকৈ বৰং বেছি পৰিমাণে উৎপাদনৰ স্বয়ংক্রিয়তাৰ ওপৰত নির্ভৰ কৰিবলৈ ধৰিছে। এমেৰিকাৰ অর্থনীতিবিদজনে লিখিছে যে বিশেষ অনুষ্ঠানসমূহে ব্যক্তিবিশেষৰ কাম-কাজৰ ঠাই লৈছে। ইয়েই তেওঁক ব্যক্তিগত উদ্যোগ দুর্বল হৈছে আৰু ব্যক্তিগত মালিকানা লুপ্ত হৈছে বুলি জোৰ দি কোৱাৰ থল দিছে।

এই কথা সত্য যে আধুনিক কাৰিকৰী প্রগতিৰ ফলত পাকৈত লোক আৰু কর্মীসকলৰ ডাঙৰ ডাঙৰ গোটসমূহৰ সু-সংগঠিত কামৰ প্রয়োজন হৈছে আৰু ব্যক্তিবিশেষৰ কাম-কাজৰ ওপৰত নির্ভৰশীলতা ক্রমাৎ কমি আহিছে। কিন্তু, কেৱল একচেটিয়া পুঁজিয়েহে এনে ধৰণৰ দল উলিয়াবলৈ আৰু ৰাখিবলৈ সুবিধা কৰিব পাৰে। নতুন কাৰিকৰী সফলতা আৰু তাৰ ফলত হোৱা লাভৰ গৰাকী হয় একচেটিয়া পুঁজি। বিজ্ঞানৰ ক্ষেত্রত সমষ্টিগত কাম-কাজৰ পদ্ধতি নাইবা নির্দিষ্ট উদ্যোগত নিয়োজিত গবেষণাকাৰীসকলৰ ক্রমাৎ বেছি কেন্দ্রীকৰণ, কোনোটোৱেই একচেটিয়া পুঁজিৰ অস্তিত্ব বা আধিপত্য নাইকিয়া হোৱা বুজায়, কিন্তু আধুনিক পুঁজিবাদী সমাজত দৈত্যাকাৰ একচেটিয়া প্রতিষ্ঠানবোৰ হাজাৰ হাজাৰ শ্রমিকৰ শক্তিশালী দলবোৰকেই শোষণ কৰা কথাকে জোৰেৰে বুজায়, আনকি বৈজ্ঞানিকৰ বিৰাট বিৰাট দলকো শোষণ কৰিছে—যেহেতু একচেটিয়া পুঁজিপতিৰ সমাজত সকলো উৎপাদিকা শক্তি বিত্তীয় কুলীন গোষ্ঠীৰ হাতত।

আধুনিক বুর্জোৱা সমাজ পুঁজিবাদৰ একচেটিয়া স্তৰ, এই কথা অস্বীকাৰ কৰা কিছুমান তত্ত্ব পুঁজিবাদী অর্থনীতিত ৰাষ্ট্রযন্ত্রৰ বর্ধিত ভূমিকাৰ ভুল ব্যাখ্যাৰ ওপৰত প্রতিষ্ঠিত। বুর্জোৱা ৰাষ্ট্রৰ আচল কাম বিত্তীয় কুলীন গোষ্ঠীৰ লগত বিৰোধিতা নহয়, সহযোগিতাহে। কোনো অগ্রসৰ পুঁজিবাদী দেশৰ শাসক শ্রেণীয়ে একচেটিয়া পুঁজিক সীমিত কৰা বা উচ্ছেদ কৰাৰ নজিৰ ইতিহাসত নাই; যদিও কোনো বিশেষ বিশেষ ক্ষেত্রত পুঁজিপতি শ্রেণীৰ উমৈহতীয়া স্বার্থ কোনো কোনো একচেটিয়া প্রতিষ্ঠানৰ প্রতি সাময়িকভাৱে বিৰোধিতাৰ প্রয়োজনীয়

হ'ব পাৰে। আন সকলো ক্ষেত্ৰতে পুঁজিবাদী ৰাষ্ট্ৰই শ্ৰমজীৱী মানুহৰ গুৰুত্বপূৰ্ণ স্বাৰ্থৰ বিৰুদ্ধে তাৰ শ্ৰেণীৰ স্বাৰ্থ আগবঢ়ায়।

বহুতো অৰ্থনীতিবিদে ঔপনিবেশিক ব্যৱস্থাৰ পতনক আধুনিক বুৰ্জোৱা সমাজ সম্পৰ্কে লেনিনীয় শিক্ষাৰ বিৰুদ্ধে যুক্তি হিচাপে ব্যৱহাৰ কৰে। এই তত্ত্বৰ উদ্ভাৱকসকলে সাম্ৰাজ্যবাদক ঔপনিবেশিকতাবাদৰ লগত এক কৰি দেখে আৰু জোৰ দি কয় সাম্ৰাজ্যবাদ যোৱা শতিকাত আৰু এই শতিকাৰ আদিতে আছিল আৰু এতিয়া ইয়াক ইতিহাসৰ এক অতীত স্তৰ বুলি বিবেচনা কৰিব লাগে। সাম্ৰাজ্যবাদ আৰু ঔপনিবেশিকতাবাদক সমগোত্ৰীয় বুলি ধৰা বুৰ্জোৱা সাহিত্যৰ বিশেষ লক্ষণ। **এনচাইক্লপিডিএ বৃটানিকাই** সাম্ৰাজ্য-বাদক "অনিচ্ছুক জনসাধাৰণৰ ওপৰত নিয়ন্ত্ৰণ প্ৰতিষ্ঠাৰ চেষ্টা কৰা ৰাষ্ট্ৰ এখনৰ নীতি" হিচাপে ব্যাখ্যা কৰিছে (এনচাইক্লপিডিএ বৃটানিকা, ১৯৬০, খণ্ড ১২, পৃঃ ১২০)। আৰু **এনচাইক্লপিডিএ এমেৰিকানাত** সাম্ৰাজ্যবাদৰ নিম্নোক্ত ব্যাখ্যা দিয়া হৈছেঃ "এনে একজাতীয় নীতি যি জাতীয় সীমাৰ ভিতৰত থকাতকৈ বহল এক ভৌগোলিক অঞ্চলৰ ওপৰত জাতীয় ভাবধাৰা আৰু জাতীয় আধিপত্য সম্প্ৰসাৰণ কৰাৰ প্ৰতি ঢাল লয়।" (এনচাইক্লপিডিএ এমেৰিকানা; খণ্ড ১৪, পৃঃ ৭২৮)।

১৯৬৩ চনত মাইকেল বেৰেট ব্ৰাউন নামৰ এজন অৰ্থনীতিবিদে লণ্ডনত **সাম্ৰাজ্যবাদৰ পাছত** এই লক্ষণীয় শিৰোনামাৰে এখন কিতাপ প্ৰকাশ কৰিছিল। ইয়াত কোৱা হৈছিল যে যেহেতু ঔপনিবেশিক ব্যৱস্থাৰ পতন হ'ল, স্বয়ং সাম্ৰাজ্যবাদো শেষ হ'ল। চাৰি বছৰ আগতে লেবাৰ পাৰ্টিৰ তত্ত্ববিদ, জন ষ্ট্ৰাচিয়ে তেওঁৰ **সাম্ৰাজ্যৰ সমাপ্তি** গ্ৰন্থত একে ভাবধাৰাকেই প্ৰকাশ কৰিছিল।

**যাহওক, আগতে উল্লেখ কৰাৰ দৰেই, ঔপনিবেশিকতাবাদেই একচেটিয়া পুঁজিবাদ নহয়, কিন্তু সি তাৰ এটা ফলহে, সি আত্মপ্ৰকাশ কৰা এটা ৰাজনৈতিক আৰু অৰ্থনৈতিক ৰূপ। তাৰ এইটো বা সেইটো ৰূপ একচেটিয়া পুঁজিবাদৰ বিকাশৰ ঐতিহাসিক পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰে।** আজি পৃথিবীৰ সমাজতান্ত্ৰিক ব্যৱস্থা গঢ় লৈ উঠিছে। উপনিবেশ-বিৰোধী জাতীয় মুক্তিৰ বিপ্লৱ এক অবিচ্ছেদ্য প্ৰতিক্ৰিয়াৰে বিকশিত

হৈছে। প্ৰধান পুঁজিবাদী দেশবোৰত বৈপ্লৱিক শক্তি প্ৰবল হৈছে। এই সকলোবোৰে আধুনিক পুঁজিবাদৰ পক্ষে তাৰ পুৰণা ৰূপত অবাধে নিজকে প্ৰকাশ কৰা অসম্ভৱ কৰি তুলিছে। **এক নতুন ৰূপৰ অবিৰ্ভাৱ হৈছে— নব্য ঔপনিবেশিকতাবাদ যাৰ অৰ্থ এই নহয় যে সাম্ৰাজ্যবাদে নিজকে নিঃশেষিত কৰি দিছে।** সাম্ৰাজ্যবাদে কোনো এক বিশেষ ৰূপ ধাৰণ কৰা অসম্ভৱ হ'ব পাৰে। এই কথাৰ মানে এই নহয় যে সি শেষ হৈ গৈছে, কিন্তু ই নতুন পৰিস্থিতিৰ লগত খাপ খুৱাই চলা আৰু তাৰ স্বাৰ্থৰ লগত সঙ্গতিসম্পন্ন তাৰ আধিপত্যৰ কোনো এক বিশেষ দিক পৰিবৰ্তন কৰাৰ চেষ্টাকেই প্ৰতিফলিত কৰে।

এতিয়া বিকৃত মুখবন্ধৰ ওপৰত ভিত্তি কৰি সাম্ৰাজ্যবাদৰ ওকালতি কৰা তত্ত্ববোৰলৈ অহা যাওক। এই তত্ত্ববোৰে সাধাৰণতে একচেটিয়া পুঁজিৰ অস্তিত্ব অস্বীকাৰ নকৰে যেহেতু দেখ দেখ কথা তাক অস্বীকাৰ কৰাটো মুঠেই সম্ভৱ নহয়। ইবোৰে আৰু বেছি চতুৰ এক পন্থা অৱলম্বন কৰিছে।

উদাহৰণ স্বৰূপে, "দি কনচেপ্ট অব কাউণ্টাৰভেইলিং পাৱাৰ" গ্ৰন্থৰ লিখক এমেৰিকান অৰ্থনীতিবিদ জন, কে, গেলব্ৰেইথে স্বীকাৰ কৰে যে এমেৰিকাত একচেটিয়া আধিপত্য আছে, লগে লগে তেওঁ এই কথাও কয় যে একচেটিয়া প্ৰতিষ্ঠানবোৰৰ বিপৰীতমুখী ক্ৰিয়া কৰা আৰু সিবোৰৰ সৰ্বশক্তিমানতা নিশ্চল কৰাৰ শক্তিসমূহক অৰ্থনৈতিক উন্নয়নে নিজেই জন্ম দিছে। এওঁৰ মতে এই "প্ৰতিবিধানকাৰী" শক্তিসমূহ হৈছে ক্ৰেতাসকল বা প্ৰাচীনতৰ একচেটিয়া খণ্ডৰ যোগানকাৰীসকলৰ মাজৰপৰা আবিৰ্ভাৱ হোৱা নতুন একচেটিয়া প্ৰতিষ্ঠানবোৰ। তেও দাবী কৰে বা সিহঁতৰ আবিৰ্ভাৱে প্ৰতিযোগিতাক অপসাৰণ কৰা ব্যক্তিগত ক্ষমতাক সীমিত কৰাৰ এটা কাৰণ আৰু ই অবাধ একচেটিয়া আধিপত্যৰ সম্ভাৱনা দূৰ কৰাৰ প্ৰতিবিধায়ক শক্তি গঠন কৰে।

পুঁজিবাদৰ একচেটিয়া স্তৰ অপ্ৰমাণ কৰিবলৈ একচেটিয়া প্ৰতিষ্ঠানবোৰৰ সাৰ্মাগ্ৰিক বিকাশ আৰু নতুন অৰ্থনৈতিক খণ্ড, বাণিজ্য আৰু সেৱা শিল্পলৈ সিবোৰৰ ব্যাপ্তিৰ দৃষ্টান্ত দেখুৱাই তেওঁ কৰা চেষ্টাৰ দ্বাৰা গেলব্ৰেইথৰ তত্ত্বৰ অসদ্ প্ৰকৃতি পৰিষ্কাৰ হয়।

হাভাৰ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক, **এ থিয়ৰী অফ মনপলি কম্পিটিশ্যান** গ্ৰন্থৰ প্ৰণেতা এডৱাৰ্ড চেম্বাৰলেনে কয় যে নিজৰ বস্তুবোৰৰ বিশেষ গুণ,

আকাৰ আৰু আনকি সিবোৰৰ পেকেজিং আদিৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰি ক্ৰেতা সংগ্ৰহ কৰা সকলো উৎপাদনকাৰীয়েই এই বস্তুবোৰ বিক্ৰী হোৱা বজাৰত এজন একচেটিয়া।

যদি অধ্যাপক চেম্বাৰলেনৰ লগত একমত হ'বলগীয়া হয় তেনেহ'লে ক্ষুদ্ৰ ব্যৱসায়ীবোৰৰ এক বিৰাট সংখ্যকেই হ'ব একচেটিয়া কাৰবাৰী। এইভাৱেই, আচল একচেটিয়া পুঁজিপতিবোৰ এনে অগণন "একচেটিয়া মালিক"ৰ মাজত হেৰাই যায় আৰু "একচেটিয়া"ৰ ধাৰণাই তাৰ বৈজ্ঞানিক সু-নিৰ্দিষ্টতা আৰু ব্যৱহাৰিক অৰ্থ হেৰুৱায়।

আধুনিক পুঁজিবাদৰ প্ৰতিপোষকবোৰে সততে "একচেটিয়াৰ" ধাৰণাটোৰ অৰ্থ নৈতিক ব্যাখ্যাৰ পৰিৱৰ্তে এক ভাষাগত ব্যাখ্যাৰ ওপৰত তেওঁলোকৰ তত্ত্ব থিয় কৰায়। গ্ৰীক ভাষাত "মনপলী" ( একচেটিয়া ) শব্দটোৰ অৰ্থ হ'ল "এক নিয়ন্ত্ৰণ।" কোনো এটা বস্তুৰ উৎপাদন বা বিক্ৰী কাচিৎহে মাথোন এজন মালিকৰ দ্বাৰা কৰা হয়। এই কথাৰ ওপৰত ভিত্তি কৰি বুৰ্জোৱা তাত্ত্বিকসকলে দাবী কৰে যে "একচেটিয়াৰ" ধাৰণাৰ কোনো প্ৰকৃত অৰ্থ নাই আৰু সি বাস্তৱক প্ৰতিফলিত নকৰে। এই শতিকাৰ আৰম্ভণিতে জে, বি, ক্লাৰ্কে তেওঁৰ "চিউদ মনপলী"ৰ তত্ত্বত এই ব্যাখ্যা গ্ৰহণ কৰিছিল আৰু সেই তত্ত্ব অনুসাৰে বৃহৎ একচেটিয়া কোম্পানীবোৰৰ যদি প্ৰতিযোগী আছিল তেনেহ'লে দাবী কৰা হৈছিল যে সেইবোৰ "আকাৰত একচেটিয়া কিন্তু বাস্তৱত নহয়।" তেওঁৰ ভাবধাৰা খুব পৰিষ্কাৰ: যেহেতু বাস্তৱত কোনো একচেটিয়া নাই তেন্তে পুঁজিবাদৰ বিকাশতো কোনো একচেটিয়া স্তৰ নাই ; একচেটিয়া ব্যৱসায় সেই সকলো কথা "লালসকলৰ" ( কমিউনিষ্টৰ ) আৱিষ্কাৰ।

বৈজ্ঞানিক বিচাৰৰপৰা এই তত্ত্ববোৰ কিয় ভিত্তিহীন ? প্ৰধানতঃ, সেইবিলাক একচেটিয়াৰ ধাৰণাৰ ভুল ব্যাখ্যা পদ্ধতিৰ ওপৰত প্ৰতিষ্ঠিত। পশ্চিমীয়া তাত্ত্বিকসকলে ক'ব খোজে যে প্ৰথমতে সাধাৰণভাৱে "একচেটিয়া"ৰ অৰ্থ নিৰ্ধাৰণ কৰা উচিত আৰু আধুনিক একচেটিয়াৰ প্ৰকৃতি নিৰ্ণয় কৰাত তাকেই আৰম্ভণি হিচাপে লোৱা উচিত। অথচ, পৃথিৱীত থকা বিভিন্ন একচেটিয়া উদ্যোগবোৰ অধ্যয়ন কৰিহে আধুনিক একচেটিয়া ব্যৱস্থাৰ লক্ষণীয় দিশসমূহৰ সাধাৰণীকৰণ আৰু নিৰ্ধাৰণ কৰিবলৈ যাৱতীয় মালমচলা পোৱা সম্ভৱ।

এইটোৱেই আছিল লেনিনে ব্যৱহাৰ কৰা পদ্ধতি। বিংশশতিকাৰ আৰম্ভণিৰ পুঁজিবাদ সম্পৰ্কে অধ্যয়ন কৰোতে লেনিনে পুঁজিবাদী বাস্তৱতাৰ আক্ষৰিকভাৱে সকলো এলেকাতে একচেটিয়া শাসনৰ বিভিন্ন ধৰণৰ ঐতিহাসিক আহি আৱিষ্কাৰ কৰিছিল। একচেটিয়া প্ৰতিষ্ঠানৰ উদ্ভৱ হৈছিল উৎপাদন আৰু বেঙ্ক ব্যৱসায়ৰ ক্ষেত্ৰত; বিত্তীয় কুলীন গোষ্ঠীৰ একচেটিয়া আধিপত্য বিকশিত হ'ল; কেইখন-মান মাত্ৰ চহকী দেশে মূলধন ৰপ্তানি একচেটিয়া কৰি ললে; বৃহৎ পুঁজিৰ দ্বাৰা পৃথিৱীৰ বজাৰ ভাগা-ভাগি কৰি লোৱাৰ ধাৰা আৰম্ভ হ'ল। এই সকলোবোৰ একচেটিয়াৰ পৰিপূৰক হ'ল কেইখনমান সাম্ৰাজ্যবাদী দেশৰ পৃথিৱীৰ বাকী অংশৰ ওপৰত ভূমি একাধিপত্য

এই একচেটিয়াবোৰৰ কোনোটোৱেই "এক বিক্ৰীদাৰ" তত্ত্বৰ লগত সম্পৰ্ক নাই, যদিও সিবোৰৰ প্ৰত্যেকেই বৃহৎ পুঁজিৰ একচেটিয়াৰ আচল প্ৰতিনিধি। প্ৰগতিশীল বিজ্ঞানে বাস্তৱক ধাৰণাৰ মাজেদি চিত্ৰিত কৰিব বিচাৰে। তেনে সময়ত বুৰ্জোৱা বিজ্ঞানে ভাষাগত ভোজবাজীৰ দ্বাৰা বাস্তৱক ঢাকিবলৈ প্ৰয়াস কৰে।

সাম্ৰাজ্যবাদৰ যুগত একচেটিয়াৰ মাৰ্ক্সীয় উপলব্ধি কি?

**বিংশ শতিকাৰ নিদৰ্শনীয় একচেটিয়া হ'ল অৰ্থনৈতিক ক্ষমতাৰ কেন্দ্ৰীকৰণ (উৎপাদন, ঋণ, বাণিজ্য, যান-বাহন, জনসেৱা বা দেশীয় বা আন্তৰ্জাতিক অৰ্থনৈতিক ক্ৰিয়া-কৰ্মৰ সকলো ক্ষেত্ৰতে) যিটোৱে বৃহৎ পুঁজিপতিসকলৰ স্বাৰ্থত আৰু সমাজৰ ক্ষতিকাৰক হিচাপে বুৰ্জোৱা সমাজৰ সকলো শ্ৰেণী আৰু অংশৰ ওপৰত অৰ্থনৈতিক ৰাজনৈতিক বা আন অৱস্থা জাপি দিয়াৰ সম্ভাৱনা স্পষ্ট কৰে।**

এয়েই হৈছে সেই একচেটিয়াৰ নিদৰ্শন যি তাৰ নানা তৰহৰ বাহ্যিক ৰূপ সত্ত্বেও আধুনিক পুঁজিবাদী সমাজত এমুঠি লক্ষপতি আৰু কোটিপতিৰ সৰ্বশক্তিমানতাৰ প্ৰধান ভিত্তি। ভাবী "এক-বিক্ৰীদাৰ"ৰ বিপৰীতে একচেটিয়া ব্যৱস্থাই নিজকে অতিমাত্ৰাই খাপ খুৱাব পাৰে। তাৰ শাসন দীঘলীয়া কৰিবৰ কাৰণে এই একচেটিয়াই সমাজৰ বাকী অংশৰ ওপৰত তাৰ অৰ্থনৈতিক চৰ্তসমূহ জাপি দিয়াৰ উপায়সমূহ "উন্নত" কৰে আৰু পৰিবৰ্তিত ঐতিহাসিক অৱস্থাৰ লগত তাক খাপ খুৱায়।

দেখ-দেখ কথা যে এটাও "নতুন" পশ্চিমীয়া তত্বই তাৰ দাবীৰ সমৰ্থনত বৈজ্ঞানিক প্ৰমাণ দিবলৈ সক্ষম নহয়। এইটো খুবেই স্বাভাৱিক যেহেতু প্ৰকৃত পুঁজিবাদী বাস্তৱতা এই ধাৰণাবোৰৰ সম্পূৰ্ণ বিৰুদ্ধমুখী। এই কথা সুঁৱৰিলেই যথেষ্ট যে এমেৰিকা, বৃটেন, ফ্ৰান্স, ফেডাৰেল জাৰ্মানী, ইটালী, জাপান আৰু কানাডা, এই সাতখন অগ্ৰসৰ পুঁজিবাদী দেশৰ ৫,০০০ বৃহৎ কৰ্পোৰেচনে পুঁজিবাদী উৎপাদনৰ শতকৰা ৫০ ভাগ নিয়ন্ত্ৰণ কৰে আৰু মূল শিল্পবোৰৰ সিঁহতেই প্ৰকৃত মূৰব্বী। এই তথ্য কোনো এটা বুৰ্জোৱা তত্বই ঢাকিব নোৱাৰে বা খণ্ডন কৰিব নোৱাৰে। পুঁজিবাদ এক "নতুন", "অ-পুঁজিবাদী" সমাজ বুলি প্ৰমাণ কৰিবলৈ বুৰ্জোৱা গুণকীৰ্তনকাৰীসকলে যিমানেই কি বেছি চেষ্টা নকৰক লাগিলে তেওঁলোকে পুঁজিবাদৰ জনবিৰোধী আৰু সাম্ৰাজ্যবাদী প্ৰকৃতি শুধৰাব নোৱাৰে বা ঢাকিব নোৱাৰে।

# বিত্তীয় কুলীনগোষ্ঠীৰ আন্তৰ্জাতিক আধিপত্যৰ ব্যৱস্থা

## পুৰণা ভিত্তিৰ ওপৰত দুই-চাৰি নতুন সংযোজন

বিত্তীয় কুলীনগোষ্ঠীৰ আধিপত্যৰ সাধাৰণ ব্যৱস্থাত আন্তৰ্জাতিক আধিপত্য এক দুৰ্বল সূত্ৰ হিচাপে আছে। সাধাৰণভাৱে পুঁজিবাদৰ অন্তৰ্নিহিত বিৰোধৰ কথা বাদ দিলেও, একচেটিয়া পুঁজিবাদৰ স্তৰৰ নিজস্ব, বিশেষ বিৰোধ থকা কথাটোৱে ইয়াৰ ব্যাখ্যা দিয়ে। উপনিবেশ আৰু আধিপত্যকাৰী দেশবোৰৰ মাজত থকা দ্বন্দ্ব এই ব্যৱস্থাৰ ভেটি লবোৱা আৰু তাৰ বুকুত জাতীয় মুক্তি বিপ্লৱৰ গুটি সিঁচাৰ প্ৰথম কাৰণ। আৰু এটা বিশিষ্ট দ্বন্দ্ব হ'ল সাম্ৰাজ্যবাদী দেশবোৰৰ নিজৰ ভিতৰত সংগ্ৰাম আৰু তাৰ ফলস্বৰূপে উপনিবেশ আৰু প্ৰভাৱিত অঞ্চলসমূহৰ পুনৰ বণ্টনৰ কাৰণে হোৱা যুদ্ধ। এনে যুদ্ধই সিহঁতৰ ফালৰ পৰা শ্ৰেণী দ্বন্দ্ব চৰম পৰিমাণে তীব্ৰতৰ কৰিলে আৰু ইয়েই জনসাধাৰণক **পুঁজিৰ** ক্ষমতাৰ বিৰুদ্ধে বৈপ্লৱিক সংগ্ৰামৰ ফালে ঠেলি দিলে।

আমি জানো যে প্ৰথম মহাযুদ্ধই জাৰ শাসনৰ বিৰুদ্ধে ৰছিয়াত বৈপ্লৱিক বিস্ফোৰণ ত্বৰান্বিত কৰিলে, এনে এক বিস্ফোৰণ যি ৰাজতন্ত্ৰক ধ্বংস কৰিলে আৰু সমাজতান্ত্ৰিক বিপ্লৱৰ বিজয় সুনিশ্চিত কৰিলে। জাৰ্মান ফেচিবাদে আৰম্ভ কৰা ২য় মহাযুদ্ধই পুঁজিবাদী ব্যৱস্থাৰ পতন আৰু তীব্ৰতৰ কৰিলে।

সমাজতান্ত্ৰিক ব্যৱস্থাৰ বিকাশে বিত্তীয় কুলীনগোষ্ঠীৰ ব্যৱস্থাৰ ক্ষয় আৰু দুৰ্বলতা আৰু বেছি পৰিষ্কাৰভাৱে খুলি ধৰিলে। এই কথা ওলাই পৰিল যে নতুন ঐতিহাসিক পৰিস্থিতিত সাম্ৰাজ্যবাদে **আৰু পুৰণা পদ্ধতিত নিপীড়িত জাতিসমূহৰ ওপৰত তাৰ ক্ষমতা ৰক্ষা কৰিব নোৱাৰে, আৰু তাৰ নিষ্ঠুৰ আৰু হিংসাত্মক পদ্ধতিয়ে সমাজতন্ত্ৰক বাছি লবলৈ জনসাধাৰণৰ ইচ্ছা বেগৱান কৰিব।**

সাম্ৰাজ্যবাদীবোৰে যুদ্ধৰ জৰিয়তে বিবাদ মীমাংসাৰ বিপদ ক্ৰমাং বেছিকৈ

উপলব্ধি কৰিছে, যুদ্ধই আজিৰ অৱস্থাত পুঁজিবাদৰ অস্তিত্বকেই বিপন্ন কৰি তুলিব। আন্তৰ্জাতিক অৰ্থনৈতিক সম্পৰ্কৰ পুৰণা ব্যৱস্থাত "জোৰা-টাপলি" মৰা সাম্ৰাজ্যবাদৰ এতিয়া প্ৰধান চিন্তাৰ বিষয়।

ঔপনিবেশিকতাবাদী আৰু সিহঁতৰ বলি হোৱাসকলৰ মাজত আৰু সাম্ৰাজ্যবাদী দেশবোৰৰ নিজৰ মাজত মূল আন্তৰ্জাতিক অৰ্থনৈতিক সম্পৰ্কসমূহ "উন্নত" কৰাৰ উপায় উলিওৱা ৰাজনীতিবিদ আৰু পাকৈত লোক বিত্তীয় গোষ্ঠীয়ে নিয়োগ কৰিছে।

শতাব্দীৰ আৰম্ভণিৰ তুলনাত আজি বিত্তীয় পুঁজিৰ দ্বাৰা আন্তৰ্জাতিক আধিপত্য প্ৰতিষ্ঠা কৰাৰ কাৰ্যপ্ৰণালীত যি নতুন কথাই দেখা দিছে সি হৈছে ৰাষ্ট্ৰীয় একচেটিয়া ব্যৱস্থাৰ দ্বাৰা ব্যক্তিগত একচেটিয়া ভিত্তিৰ পৰিপূৰক হিচাপে কাম কৰা, অৰ্থাৎ ব্যক্তিগত পুঁজিৰ ৰপ্তানিৰ লগত ৰাষ্ট্ৰীয় পুঁজিৰ ৰপ্তানিৰ ব্যৱস্থা, লগে লগে ব্যক্তিগত একচেটিয়া কৰ্পোৰেচনবোৰৰ দ্বাৰা পৃথিবীৰ বজাৰ বণ্টন পৰিপূৰণ কৰা হৈছে ৰাষ্ট্ৰীয় একচেটিয়া "সংহতকৰণৰ" দ্বাৰা। তাৰ আগৰ অৱস্থান এতিয়াও সাৰটি ধৰি থকা পুৰণা ঔপনিবেশিকতাবাদ নব্য ঔপনিবেশিকতাবাদৰ দ্বাৰা "পুনৰসংস্কাৰ" কৰা হৈছে আৰু এই বিষয়ত ৰাষ্ট্ৰীয় একচেটিয়া পুঁজিবাদে প্ৰধান ভূমিকা লৈছে। এইভাৱেই বিত্তীয় কুলীন গোষ্ঠীৰ আন্তৰ্জাতিক আধিপত্যৰ "চিৰাচৰিত" পদ্ধতিয়ে ৰাষ্ট্ৰীয় একচেটিয়াৰ নতুন ৰূপ পৰিগ্ৰহ কৰিছে।

এই নতুন ৰূপবোৰে পুৰণা ৰূপবোৰক কেৱল নকল বা উন্নত নকৰে কিন্তু সেইবোৰৰ লগত ইয়াৰ সুস্পষ্ট পাৰ্থক্য আছে যিবোৰৰ আৰু বিস্তাৰিত আলোচনা প্ৰয়োজন।

# পুঁজিৰ ৰপ্তানি

সাম্রাজ্যবাদৰ সমস্ত যুগধৰি বিত্তীয় কুলীনগোষ্ঠীৰ আন্তৰ্জাতিক আধিপত্যৰ এক প্ৰধান হাথিয়াৰ হৈছে পুঁজিৰ ৰপ্তানি। আজি পুঁজিৰ ৰপ্তানি আৰু বেছি গুৰুত্বপূৰ্ণ হৈছে। কথাটো হৈছে এই যে সাম্রাজ্যবাদে আগৰ সৰহ সংখ্যক উপনিবেশতেই তাৰ পোনপটীয়া ৰাজনৈতিক ক্ষমতা হেৰুৱালে। কিন্তু এছিয়া, আফ্ৰিকা আৰু লেটিন এমেৰিকাত তাৰ আধিপত্য বজায় ৰাখিবলৈ কৰা হেপাহে তাক আৰু ব্যাপকভাৱে পুঁজিৰ ৰপ্তানি কৰিবলৈ বাধ্য কৰিছে—তাৰ আন্তৰ্জাতিক অৱস্থান সুদৃঢ় কৰাৰ উপায় হিচাপে আৰু অৰ্থনৈতিক আধিপত্যৰ এক পদ্ধতি হিচাপে।

উনবিংশ শতিকাৰ পাছৰ অংশলৈকে পুঁজিৰ ৰপ্তানি বুর্জোৱা বাস্তৱতাৰ লক্ষণীয় দিশ নাছিল। ৭০ৰ বছৰবোৰৰ পৰাহে ই তেনে হ'ল। ঠিক দ্বিতীয় মহাযুদ্ধলৈকে ব্যক্তিগত একচেটিয়াবোৰেই তেতিয়াও একমাত্ৰ পুঁজিৰ ৰপ্তানি-কাৰক আছিল। যুদ্ধ-পৰৱৰ্তী যুগতহে সাম্রাজ্যবাদী চৰকাৰ আৰু সিহঁতে সৃষ্টি কৰা বিশেষ আন্তৰ্জাতিক সংস্থা কিছুমানে পুঁজি ৰপ্তানি কৰিবলৈ ধৰিলে। এইবিলাকৰ ভিতৰত আন্তৰ্জাতিক অৰ্থভাণ্ডাৰ (ইণ্টাৰনেশ্যনেল মনিটেৰি ফাণ্ড), পুনৰ্গঠন আৰু উন্নয়নৰ বাবে আন্তৰ্জাতিক বেঙ্ক (ইণ্টাৰনেশ্যনেল বেঙ্ক ফৰ ৰিকনষ্ট্ৰাক্‌চন এণ্ড ডেভেলপমেণ্ট) আৰু আন্তৰ্জাতিক উন্নয়ন সংস্থা (ইণ্টাৰ-নেশ্যনেল ডেভেলপমেণ্ট এচোচিয়েশ্যন)।

ফলত ৰপ্তানি হোৱা পুঁজি দুটা মূৰ্তিয়েদি আহিছে—ব্যক্তিগত পুঁজি আৰু ৰাষ্ট্ৰীয় পুঁজি।

ব্যক্তিগত একচেটিয়া প্ৰতিষ্ঠান আৰু সাম্রাজ্যবাদী চৰকাৰসমূহৰ দ্বাৰা পুঁজিৰ ৰপ্তানিৰ এটা লক্ষ্য আছে—আন দেশৰ ওপৰত সাম্রাজ্যবাদী প্ৰভাৱ বজায় ৰখা আৰু সেই দেশবোৰত অৰ্থনৈতিকভাৱে শোষণৰ অনুকূল পৰিবেশ সুনিশ্চিত কৰা।

কিন্তু এই কথা আঙুলিয়াব লাগিব যে ব্যক্তিগত আৰু ৰাষ্ট্ৰগত পুঁজিৰ

ৰপ্তানিৰ কাৰণ আৰু সিহঁতৰ আশু লক্ষ্য একে নহয়। শেষ লক্ষ্যত উপনীত হোৱাৰ পদ্ধতিও পৃথক। এই বিষয়টো সম্পৰ্কে এক গভীৰতৰ অন্তৰ্দৃষ্টি লাভ কৰিবলৈ হ'লে মূলধন ৰপ্তানিৰ দুয়োটা ধৰণৰ বিস্তাৰিত বিৱৰণৰ প্ৰয়োজন হ'ব। আগতেই উল্লেখ কৰা হৈছে যে একচেটিয়াবোৰে কৰা পুঁজিৰ গচ্ছিত-কৰণৰ পৰা উদ্ভৱ হোৱা অন্তৰ্দ্বন্দ্বই পুঁজিৰ ৰপ্তানিত উদগনি দিলে। নিজ দেশত সিহঁতৰ কাৰণে যিমান বেছি সম্ভৱ লাভ নিশ্চিত কৰি একচেটিয়াবোৰে নিজেই ঘৰুৱা বজাৰত পুঁজিৰ উত্তৰোত্তৰ ব্যৱহাৰ অসম্ভৱ কৰি তোলে। ফলত, একচেটিয়া লাভ যিমানেই বেছি হয় সিমানেই সিহঁতৰ পক্ষে নিজ দেশত সম্প্ৰসাৰণৰ পৰিসৰ কমি আহে আৰু উদ্বৃত্ত মূলধন ব্যৱহাৰ কৰিব পৰা বাহিৰৰ বজাৰ দখল কৰাৰ প্ৰৱণতা সিমানেই বেছি শক্তিশালী হয়। যুদ্ধ-পৰৱৰ্তী যুগত একচেটিয়া লাভ বিশেষভাৱে বেগেৰে বৃদ্ধি পাইছে। ৭নং তালিকাই ইয়াৰ দৃষ্টান্ত দেখুৱাইছে। তাৰপৰা এই কথা পৰিষ্কাৰ যে ১৯৪৫ৰ কালছোৱাৰ ভিতৰত এমেৰিকাৰ কৰ্পোৰেচনবোৰৰ লাভ ৭৭৪,০০০ নিযুত ডলাৰৰ আকাশ-লঙ্ঘা অঙ্কত উপনীত হৈছে। ই সিহঁতৰ দুই যুদ্ধৰ মাজৰ সময়ৰ লাভ আৰু ৰপ্তানিকৃত মুঠ মূলধনক বহুপৰিমাণে চেৰাই গৈছে।

৭নং তালিকা

## এমেৰিকাৰ কৰ্পোৰেচনবোৰৰ পৃথক পৃথক পাঁচ বছৰীয়া সময়ত লাভৰ বৃদ্ধি

| পাঁচ বছৰীয়া কাল | লাভ ( নিযুত ডলাৰত ) |
|---|---|
| ১৯৩০-৩৪ | ১,৩৯২ |
| ১৯৩৫-৩৯ | ২৪,৮২৩ |
| ১৯৪০-৪৪ | ৭৫,০৫৮ |
| ১৯৪৫-৪৯ | ১২০,৪২৩ |
| ১৯৫০-৫৪ | ১৯১,৮৪৪ |
| ১৯৫৫-৫৯ | ২১৭,৮২০ |
| ১৯৬০-৬৪ | ২৪৪,১০৬ |

একচেটিয়াবোৰৰ দ্বাৰা পুঁজিৰ অপৰিসীম গচ্ছিতকৰণ তাৰ ৰপ্তানি প্ৰবলতৰ কৰাৰ প্ৰধান কাৰণ। এশ বছৰমানৰ আগতে ১৮৬৯ চনত এমেৰিকাৰ বিদেশত মূলধন লগ্নীৰ পৰিমাণ আছিল মাত্ৰ এশ নিযুত ডলাৰ ; ১৯১৪ চনত সিবোৰ ৩,৫০০ নিযুত ডলাৰলৈ বাঢ়িল আৰু তাৰ ত্ৰিশ বছৰৰ পাছত ১৯৪৫ চনত সেই সংখ্যা ১৪,৭০০ নিযুতলৈ উঠিল। পাছৰ ১৮ বছৰৰ একচেটিয়াবোৰে ৪১,৩০০ নিযুত ডলাৰ ৰপ্তানি কৰিছিল অৰ্থাৎ শতিকাৰ তাৰ আগৰ তিনিটা চতুৰ্থাংশত ১৮৬৯ৰপৰা ১৯৪৫লৈ যিমান কৰিছিল তাৰ তিনিগুণ বেছি। বিদেশত এমেৰিকাৰ ব্যক্তিগত পুঁজিৰ পৰিমাণ ৫৮,৩০০ নিযুত ডলাৰ আছিল ১৯৬৩ চনত।

এমেৰিকাৰ বিত্তীয় কুলীনগোষ্ঠী মূলধনৰ প্ৰধান ৰপ্তানিকাৰক আৰু পুঁজিবাদী জগতৰ জনসাধাৰণৰ প্ৰধান শোষক হৈ উঠিছে। এমেৰিকাৰ একচেটিয়া গোষ্ঠীৰ ডলাৰ সৰ্বাধিকসংখ্যক পুঁজিবাদী দেশত প্ৰবেশ কৰিছে। তলৰ ৮নং তালিকাই এই কথাৰ এক নিদৰ্শন দিছে।

পৃথিবীত এনে এক অঞ্চল বা এক পুঁজিবাদী দেশ পোৱা অসম্ভৱ যাৰ জনসাধাৰণে তেওঁলোকৰ শ্ৰমৰদ্বাৰা কিছু পৰিমাণ হ'লেও এমেৰিকাৰ শাসক-চক্ৰৰ সম্পদ বৃদ্ধি কৰা নাই।

৮ নং তালিকা

**বিদেশত এমেৰিকাৰ পোনপটীয়া[১] ব্যক্তিগত মূলধন লগ্নী**
**( নিযুত ডলাৰত )**

| পৃথিবীৰ অঞ্চলসমূহ | ১৯৫৯ | ১৯৬৩ | ১৯৬৪ |
|---|---|---|---|
| কানাডা | ১০,৩১০ | ১৩,০১৬ | ১৩,৮২০ |
| লেটিন আমেৰিকা | ৮,১২০ | ৮,৬৫৭ | ১০,৩৮৬ |
| ইউৰোপ | ৫,৩২৩ | ১০.৩৫৩ | ১২,০৬৭ |
| আফ্ৰিকা | ৮৩৩ | ১,৪২৩ | ১,৬১৯ |
| এছিয়া | ২,২৩৭ | ২,২৯১ | ৩,০৬২ |
| ওচেনিয়া | ৮৭৯ | ৯৯৪ | ১,৫৮২ |

১। এমেৰিকাৰ পৰিসংখ্যানে লগ্নীকৃত পুঁজিক স্বল্পম্যাদী আৰু দীৰ্ঘম্যাদী দুইভাগত ভাঙি দেখুৱায়। দীৰ্ঘম্যাদী লগ্নীকো পোনপটীয়া আৰু দপ্তৰী লগ্নী এই দুভাগত ভগোৱা হৈছে। পোনপটীয়া লগ্নী হ'ল যেতিয়া নিয়ন্ত্ৰণকাৰী অংশ গোটে কিনা হয়। দপ্তৰী লগ্নী হ'ল সেই লগ্নী যিবোৰে লগ্নীকৃত উদ্যোগত তাৰ পৰিচালনাত আনুষ্ঠানিক নিয়ন্ত্ৰণ সুনিশ্চিত নকৰে।

এমেৰিকাৰ বিত্তীয় কুলীনগোষ্ঠীয়ে ৰপ্তানি কৰা মূলধনৰ উদ্দেশ্য শোষণ কৰা, এই কথা ঢাকিবলৈ আশা কৰি বুৰ্জোৱা তাত্ত্বিকবোৰে এমেৰিকাৰ বিদেশত লগ্নীকৃত ব্যক্তিগত পুঁজিৰ পৰিমাণ এমেৰিকাত লগ্নীকৃত বিদেশী মূলধনতকৈ অলপহে বেছি এই কথাৰ ওপৰত জোৰ দিব বিচাৰে। গোটেই বিষয়টো পৰিষ্কাৰ কৰিবলৈ হ'লে আমদানিকৃত আৰু ৰপ্তানিকৃত মূলধনৰ তুলনা কৰিলেই যথেষ্ট নহয়। লগ্নীৰ প্ৰকৃতিও বিচাৰ কৰা প্ৰয়োজন। ৯নং তালিকাত দিয়া সংখ্যাবোৰৰ পৰা এই কথা পৰিষ্কাৰ হ'ব যে এমেৰিকাত বেছিভাগ বিদেশী লগ্নীয়েই স্বল্পম্যাদী লগ্নী অৰ্থাৎ এমেৰিকাৰ বেঙ্কত থোৱা বিদেশীবোৰৰ চলিত খাতত খটোৱা বা ৰাষ্ট্ৰীয় বণ্ডত খটোৱা লগ্নী। এয়া প্ৰধানকৈ সামন্ত শাসক-সকলে অনুন্নত দেশবোৰকো ধৰি বেলেগ বেলেগ দেশৰ বুৰ্জোৱা আৰু ভূম্যধিকাৰীবোৰৰ বিপ্লৱৰ ভয়ত এমেৰিকালৈ ৰপ্তানি কৰা মূলধন। এনে মূলধনৰ এমেৰিকাৰ অৰ্থনীতিত কোনো প্ৰকাৰৰ প্ৰভাৱেই নাই।

আনহাতে বিদেশত এমেৰিকাৰ লগ্নীৰ দহভাগৰ নভাগেই পোনপটীয়া লগ্নী আৰু যিবোৰ উদ্যোগত লগ্নী কৰা হয় সেই উদ্যোগবোৰৰ ওপৰত ইয়াৰ জৰিয়তে নিয়ন্ত্ৰণ স্থাপন হয়। এই লগ্নীবোৰ আনদেশৰ অৰ্থনীতিৰ ওপৰত আধিপত্যৰ এক শক্তিশালী অস্ত্ৰ, যি ক্ষেত্ৰত এমেৰিকাত কৰা বৈদেশিক লগ্নী পৃথিৱীৰ "অশান্ত" অঞ্চলৰ পৰা মূলধনৰ বহিৰ্গমনৰ দৃষ্টান্তহে মাথোন।

৯নং তালিকা

## বিদেশত এমেৰিকাৰ ব্যক্তিগত লগ্নী আৰু এমেৰিকাত বৈদেশিক লগ্নীৰ গাঁথনি ( নিযুত ডলাৰত )

| লগ্নীৰ ধৰণ | বিদেশত এমেৰিকাৰ লগ্নী | | এমেৰিকাত বৈদেশিক লগ্নী | |
|---|---|---|---|---|
| | সৰ্বমুঠ | মুঠৰ শতকৰা | সৰ্বমুঠ | মুঠৰ শতকৰা |
| পোনপটীয়া লগ্নী | ৫২,৫৭৬ | ৮৭.৯ | ৭,৫৯৭ | ১৬.০ |
| আৰু আন আন লগ্নী : | ৭,২৩৪ | ১২.১ | ৩৯,৭৬১ | ৮৪.০ |
| ধৰি সকলো লগ্নী | ৫৯,৮১০ | ১০০.০ | ৪৭,৩৬৮ | ১০০.০ |

তেতিয়াহলে, এমেৰিকাত বৈদেশিক লগ্নীৰ পৰা লাভতকৈ এমেৰিকাৰ বিদেশত লগ্নীৰ লাভ বহুত বেছি হোৱাটো কোনো আকস্মিক কথা নহয়। বিদেশত লগ্নীকৰা প্ৰতিটো এমেৰিকাৰ ডলাৰে এমেৰিকাত এজন বিদেশীয়ে লগ্নীকৰা প্ৰতিটো ডলাৰে অৰ্জন কৰা লাভতকৈ চাৰি পাঁচ গুণ বেছি লাভ অৰ্জন কৰে।

এমেৰিকাৰ একচেটিয়াবোৰে বৈদেশিক লগ্নীৰ আয়তনত তেওঁলোকৰ বিদেশী প্ৰতিযোগীবোৰক বহুত চেৰাই গৈছে। কিন্তু আন আন দেশৰ সাম্ৰাজ্যবাদীবোৰেও বাহিৰৰ দেশবোৰত প্ৰবেশ কৰিবলৈ পাৰ্যমানে চেষ্টা কৰিছে। বৃটিছ, ফৰাচী, জাপানী আৰু বিশেষকৈ পশ্চিম জাৰ্মান একচেটিয়াবোৰে সিহঁতৰ বৈদেশিক লগ্নীৰ পৰিমাণ খুব বেগেৰে বঢ়াইছে।

তৎসত্ত্বেও, এইকথা নিৰ্ঘাত সত্য যে বিত্তীয় কুলীনগোষ্ঠীৰ আন দেশত অবাধ আধিপত্যৰ কাল শেষ হৈছে আৰু সি ঘূৰি নাহে। আজি ক্ৰমবৰ্ধমান জাতীয় মুক্তি বিপ্লৱ আৰু পুঁজিৰ একচেটিয়া ৰপ্তানিকাৰকবোৰৰ মাজত দ্বন্দ্ব আগতকৈ বহুত বেছি তীক্ষ্ণতৰ হৈছে। আমি আগতে কৈ অহাৰ দৰে, অতিৰিক্ত লাভৰ সন্ধানতেই সাম্ৰাজ্যবাদীবোৰে পুঁজিৰ ৰপ্তানি কৰে। কিন্তু বহুত নবোন্মেষিত জাতীয় ৰাষ্ট্ৰই বৈদেশিক একচেটিয়া লগ্নী সীমিত কৰিছে। ফলত বিত্তীয় কুলীন গোষ্ঠীয়েও পৃথিবীৰ এই অঞ্চলবোৰত তাৰ লগ্নী সীমাবদ্ধ কৰিব লগা হৈছে। ইতিমধ্যেই পঞ্চম দশকৰ মাজভাগত যেতিয়া ঔপনিবেশিকতা-বিৰোধী বিপ্লৱৰ জোৱাৰ আহিছিল, এছিয়া আৰু আফ্ৰিকাত ব্যক্তিগত পুঁজিৰ লগ্নীৰ হাৰ লক্ষণীয়-ভাৱে কমি গৈছিল। পঞ্চম দশকৰ শেষত কিউবাৰ বিপ্লৱে যেতিয়া লেটীন এমেৰিকাৰ দেশবোৰত সাম্ৰাজ্যবাদ-বিৰোধী বিপ্লৱক নতুন উদ্দীপনা দিলে, সেই মহাদেশত ব্যক্তিগত পুঁজিৰ লগ্নী, বিশেষকৈ এমেৰিকাৰ, বেগেৰে কমি আহিল।

তাৰ লোকচান পুৰণৰ বাবে এমেৰিকাৰ বিত্তীয় কুলীনগোষ্ঠীয়ে পৃথিবীৰ "নিৰাপদ" অঞ্চল, পশ্চিম ইউৰোপ আৰু কানাডালৈ তাৰ পুঁজি চালান দিছে। ইয়াত চলিত কাৰিকৰী বিপ্লৱ, সাময়িক হলেও, এক অনুকূল বিষয়। পূৰ্ণ অগ্ৰসৰ দেশবোৰে এতিয়া পুৰণা শিল্পক পুনৰগঠন কৰিবলগা হৈছে আৰু কাৰিকৰী বিপ্লৱে জন্ম দিয়া নতুন শিল্প স্থাপন কৰিব লগা হৈছে। যেহেতু পুঁজিবাদী জগতৰ

অধিক সংখ্যক বৈজ্ঞানিকেই এমেৰিকাতে বাস কৰে, এমেৰিকাৰ একচেটিয়াবোৰ আবিষ্কাৰসমূহৰ সৰহ ভাগৰ গৰাকী। এইটোৱেই কাৰিকৰী বিপ্লৱ চলি থাকোতে সিহঁতৰ মূলধন খুব সুবিধাজনকভাৱে লগ্নী কৰিবৈলে সিহঁতক সুযোগ দিছে। উদাহৰণ স্বৰূপে, ১৯৬০ আৰু ১৯৬৪ৰ ভিতৰত পশ্চিম ইউৰোপত এমেৰিকাৰ পোনপটীয়া লগ্নী শতকৰা ৮১ ভাগ বৃদ্ধি হ'ল (৬,৭০০ নিযুতৰ পৰা ১২,১০০ নিযুত ডলাৰ) কিন্তু সেইসময়ত অনুন্নত দেশবোৰত সিবোৰৰ লগ্নী শতকৰা ৩০ ভাগ মাত্ৰহে বাঢ়িছিল। বৃটেন আৰু ফেডাৰেল জাৰ্মানীৰ বৈদেশিক লগ্নীতো একে ধৰণৰ প্ৰৱণতা লক্ষ্য কৰা হৈছে। চৰকাৰী হিচাপ মতে যি ক্ষেত্ৰত আফ্ৰিকাত শতকৰা ২৪.১ আৰু এছিয়াত শতকৰা ৩৮.২ ভাগ সুত পাইছিল, সেই ক্ষেত্ৰত এমেৰিকাৰ একচেটিয়া পুঁজিপতিবোৰে ইউৰোপত সিহঁতৰ লগ্নীৰ পৰা মাত্ৰ শতকৰা ১০.৮ ভাগ সুত পোৱা সত্ত্বেও, এই প্ৰৱণতা বৃদ্ধি পোৱাটো লক্ষণীয় কথা।

বৰ্তমানে বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱ আৰু ভালেখিনি পশ্চিম ইউৰোপৰ দেশৰ অৰ্থনৈতিক "সংহতকৰণ", সু-উন্নত দেশবোৰত এমেৰিকাৰ পুঁজিৰ অনুপ্ৰবেশৰ কাৰণে অনুকূল অৱস্থা।

দ্বিতীয় মহাযুদ্ধৰ শেষৰপৰা একচেটিয়াবোৰে স্থানীয় মূলধনৰ অংশগ্ৰহণৰ জৰিয়তে বিদেশত তথাকথিত মিহলি উদ্যোগ গঠন কৰিবলৈ আৰম্ভ কৰিছে। বেছিভাগ ক্ষেত্ৰতেই এনে উদ্যোগবোৰ বিদেশী একচেটিয়াৰ নিয়ন্ত্ৰণ ঢাকি ৰখাৰ এক সুবিধাজনক আৱৰণ, অলপ দিনৰপৰা আনদেশৰ ঘৰুৱা বজাৰ দখল কৰিবলৈ পুঁজিৰ ৰপ্তানি এক শক্তিশালী উপায় হৈছে। উদাহৰণ স্বৰূপে, ১৯৫০ চনত এমেৰিকাৰ একচেটিয়া উদ্যোগবোৰৰ বিদেশী গ্ৰাহকসকলক বিক্ৰী কৰা সকলো বস্তুৰ শতকৰা ৬৪ ভাগ এমেৰিকাত প্ৰস্তুত হৈছিল আৰু মাত্ৰ শতকৰা ৩৬ ভাগহে এমেৰিকান একচেটিয়া উদ্যোগবোৰৰ বিদেশৰ শাখাবোৰে প্ৰস্তুত কৰিছিল। কিন্তু ১০ বছৰ পাছত এই অনুপাতৰ বিৰাট পৰিৱৰ্তন হ'ল— সেই বস্তুবোৰৰ মাত্ৰ শতকৰা ৩২ ভাগহে এমেৰিকাৰপৰা ৰপ্তানি কৰা হৈছিল, বাকী শতকৰা ৬৮ ভাগ ৰপ্তানিকৃত মূলধনৰ সহায়ত গঢ়া বা কিনিলোৱা, এমেৰিকাৰ নিয়ন্ত্ৰণত থকা বিদেশৰ উদ্যোগবোৰৰ দ্বাৰা প্ৰস্তুত কৰা হৈছিল। ইয়াৰ অৰ্থ এয়ে যে এমেৰিকান একচেটিয়াবোৰে বিদেশী বজাৰ দুইধৰণৰে দখল কৰে:—

**বাহিৰৰপৰা** বস্তুৰ ৰপ্তানিৰ সহায়ত আৰু **আভ্যন্তৰীণভাৱে** বিদেশত সিহঁতৰ উদ্যোগ প্ৰতিষ্ঠা কৰি। দ্বিতীয় পন্থাটোৱেই প্ৰবল হ'ব ধৰিছে।

বিত্তীয় কুলীনগোষ্ঠীৰ দ্বাৰা পুঁজিবাদী জগতৰ আন আন জনসাধাৰণক লুণ্ঠন কৰাৰ কাৰণে পুঁজিৰ ৰপ্তানি এক গুৰুত্বপূৰ্ণ হাথিয়াৰ। এমেৰিকান পৰিসংখ্যানৰপৰা তুলি দিয়া তলৰ অঙ্কসমূহ বিবেচনা কৰা হওক :

১০নং তালিকা

## বিদেশত এমেৰিকাৰ পোনপটীয়া লগ্নীৰ আৰু এমেৰিকালৈ লাভৰ গতিশীলতা (নিযুত ডলাৰত)

| বছৰ | বাৎসৰিক পুঁজিৰ ৰপ্তানি | বাৎসৰিক লাভ | বিদেশত পোনপটীয়া লগ্নী |
|---|---|---|---|
| ১৯৬০ | ৩,০৪৯ | ২,৩৫৫ | ৩২,৭৭৮ |
| ১৯৬১ | ১,৮৮৯ | ২,৭৬৮ | ৩৪,৬৬৪ |
| ১৯৬২ | ২,৫৫৯ | ৩,০৫০ | ৩৭,২২৬ |
| ৯৯৬৩ | ২,৪১৯ | ৩,০৫৯ | ৪০,৬৪৫ |
| ১৯৬৪ | ৩.৬৯৮ | ৫.১১৮ | ৪৪.৩৪৩ |
| মুঠ | ১৩,৬১৪ | ১৬,৩৫০ | |

মূলধন ৰপ্তানিৰ এই চতুৰ পদ্ধতিয়ে আচৰিত ফল দিলে। ১৯৬০ – ৬৪ চনত অৰ্জা লাভ, ৰপ্তানি কৰা মূলধনতকৈ বেছি হ'ল (১৩,৬১৪ নিযুত ডলাৰ ৰপ্তানি কৰা হৈছিল আৰু তাৰপৰা লাভ হ'ল ১৬,৩৫০ নিযুত ডলাৰ), লগে লগে এমেৰিকাৰ পোনপটীয়া লগ্নী ৩২,৭৭৮ নিযুত ডলাৰৰপৰা ৪৪,৩৪৩ নিযুত ডলাৰলৈ বৃদ্ধি পাইছে অৰ্থাৎ ১১,০০০ নিযুত ডলাৰতকৈ বেছি হৈছে।

আন আন দেশলৈ ৰপ্তানি কৰা এমেৰিকান একচেটিয়া পুঁজি, যাক যাক সেই সেই দেশত বিদেশী সম্পত্তি বুলি বিবেচনা কৰা হয়, সেইবোৰ প্ৰকৃততে স্থানীয় শ্ৰমিকৰ শ্ৰমৰ দ্বাৰা সৃষ্টি আৰু তেওঁলোকৰ উত্তৰোত্তৰ দাসত্ব আৰু অধিকতৰ শোষণৰ এক অস্ত্ৰ।

ব্যক্তিগত পুঁজি য'ত অর্থনৈতিক কাৰণত ৰপ্তানি কৰা হয়, ৰাষ্ট্ৰীয় পুঁজি ৰপ্তানি কৰা হয় ৰাজনৈতিক বিবেচনাৰপৰা। এই কথা নহয় যে ৰাষ্ট্ৰৰ বাজেটত "বাহি" হৈছে আৰু বেছি লাভজনক প্ৰয়োগৰ বাবে সেইখিনি দেশৰ বাহিৰলৈ নিব লাগে। বিপৰীত পক্ষে, নিয়ম হিচাপেই ৰাষ্ট্ৰৰ বাজেটত ঘাটি হয়। উদাহৰণ স্বৰূপে, এমেৰিকাৰ ফেডাৰেল বাজেটত ১৯৬১ চনত ৩৯০০ নিযুত ডলাৰ ঘাটি হৈছিল আৰু ১৯৬৫ চনত হৈছিল ৬,৩০০ নিযুত ডলাৰ। চৰকাৰে এই ঘাটি পুঁজিপতিবোৰৰপৰা ঋণ লৈ বা অতিৰিক্ত কাগজী মুদ্ৰা উলিয়াই পূৰণ কৰে। ১৯৬৪ চনত ফেডাৰেল চৰকাৰৰ আভ্যন্তৰীণ ঋণ ৩৫৬,০০০ নিযুত ডলাৰৰ সমান বিৰাট অঙ্কত উপনীত হৈছিল আৰু ৰাজ্যবোৰৰ চৰকাৰৰ ধাৰৰ লগত যোগ হৈ সি হৈছিল ৪৪৮,৫০০ নিযুত ডলাৰ। আন কথাত, এমেৰিকাৰ কতৃমণ্ডলৰ ধাৰ বাৰ্ষিক জাতীয় আয়ৰ প্ৰায় ওচৰ চাপিছিল।

তেনেহলে ইমান বিৰাট ঘাটি সত্ত্বেও ৰাষ্ট্ৰীয় পুঁজিৰ ৰপ্তানি বৃদ্ধি পাইছে কি কাৰণে? সাম্ৰাজ্যবাদী চৰকাৰসমূহৰ দ্বাৰা পুঁজিৰ ৰপ্তানি পুঁজিবাদৰ ক্ৰমাৎ-গভীৰ হোৱা সাধাৰণ সঙ্কটৰ ফল। বস্তুত তৰুণ ৰাষ্ট্ৰৰ প্ৰগতিশীল শক্তিবোৰৰ মাজত পৰিলক্ষিত হোৱা অ-পুঁজিবাদী বিকাশৰ প্ৰতি প্ৰৱণতাও এই সঙ্কটৰে এক প্ৰকাশ।

সাম্ৰাজ্যবাদী দেশবোৰৰ চৰকাৰসমূহ সম্মুখীন হোৱা প্ৰধান ৰাজনৈতিক কাম হৈছে নতুন সামাজিক বিপ্লৱৰ বিপদ থকা পুঁজিবাদী জগতৰ অঞ্চলবোৰত পুঁজিবাদী অৱস্থান সুদৃঢ় কৰা। আৰু এই কাম কৰা হয় পুঁজিৰ ৰপ্তানিৰ সহায়ত। ৰাষ্ট্ৰীয় মালিকানাৰ পুঁজি ৰপ্তানিকাৰী আৰু অনগ্ৰসৰ দেশবোৰৰ অৰ্থনৈতিক নিৰ্ভৰশীলতা বৃদ্ধি-কৰি, সাম্ৰাজ্যবাদী চৰকাৰসমূহে ব্যক্তিগত পুঁজিৰ প্ৰবেশৰ কাৰণে সুস্থিৰ ৰাজনৈতিক পৰিৱেশ সৃষ্টি কৰিবলৈ আশা কৰে, যাতে ঔপনিবেশিকতাবাদৰ সোণালীযুগৰ দৰে এই দেশবোৰক শোষণ কৰি থকা সম্ভৱপৰ হয়। ৰাষ্ট্ৰীয় মালিকানাৰ পুঁজি ৰপ্তানি কৰি এই চৰকাৰবোৰৰ জনসাধাৰণক ক্ষতিগ্ৰস্ত কৰি একচেটিয়াবোৰ আৰু সিহঁতৰ ৰাজনৈতিক স্বাৰ্থৰ সেৱা কৰে। ই খুবেই স্বাভাৱিক, যেহেতু সাম্ৰাজ্যবাদী ৰাষ্ট্ৰযন্ত্ৰ বিত্তীয় কুলীন গোষ্ঠীৰ হাতত ৰাজনৈতিক অস্ত্ৰৰ বাহিৰে আন একো নহয়।

সেইহেতুকে, এইকথা পৰিষ্কাৰ যে এক উমৈহতীয়া চৰম লক্ষ্য থকা সত্ত্বেও

ব্যক্তিগত পুঁজি আৰু ৰাষ্ট্ৰীয় পুঁজিৰ ৰপ্তানিৰ কাৰণ আৰু পোনপটীয়া লক্ষ্যত তাৎপৰ্যপূৰ্ণ পাৰ্থক্য আছে। মূলধন ৰপ্তানিৰ প্ৰতিটো আহিৰে নিজস্ব বিকাশৰ নিয়ম আছে। ৰাষ্ট্ৰীয় পুঁজিৰ ৰপ্তানিৰ লগত লাভৰ নিশ্চয়কৈ কোনো সম্পৰ্ক নাই। বৰ্তমানে এই আহিৰ ৰপ্তানিয়ে পিটন-যন্ত্ৰৰ কাম কৰে আৰু ব্যক্তিগত পুঁজিৰ কাৰণে বাট মুকলি কৰি দিয়ে আৰু ঋণ বা সঘনে একেবাৰে মঞ্জুৰীৰ আকাৰ লয়। যেহেতু এনে মঞ্জুৰী আৰু ঋণ ৰাজনৈতিক আৰু অৰ্থনৈতিক চৰ্তত দিয়া হয়, এই সাহায্য পোৱা দেশবোৰে—যিবোৰ এইমাত্ৰ ঔপনিবেশিক দাসত্বৰপৰা ওলাই আহিছে—নিজকে নতুন অৰ্থনৈতিক আৰু ৰাজনৈতিক বান্ধোনত বান্ধ খুৱায় আৰু আচৰণৰ স্বাধীনতাৰপৰা বঞ্চিত হয়।

স্পষ্টতঃ, এমেৰিকান একচেটিয়া পুঁজিয়ে বিদেশত তাৰ ৰাজনৈতিক আৰু শ্ৰেণীগত লক্ষ্য সাধন কৰিবৰ কাৰণে ৰাষ্ট্ৰৰ পুঁজি ব্যৱহাৰত হাত নধৰে। ১৯৪৫ চনৰ জুন মাহৰ আৰু ১৯৬৪ৰ শেষ কালছোৱাৰ ভিতৰত এমেৰিকাই ৰপ্তানিকৰা ৰাষ্ট্ৰীয় পুঁজিৰ পৰিমাণ ৯৭,৩০০ নিযুত ডলাৰলৈ উঠাটোৱে এই কথাৰ সাক্ষী দিয়ে; আৰু এই পৰিমাণ এমেৰিকাৰ ব্যক্তিগত একচেটিয়াবোৰে এশ বছৰত বিদেশত লগ্নী কৰা ধনৰ প্ৰায় দুগুণ।

ব্যক্তিগত পুঁজি মূলতঃ সুস্থিৰ পুঁজিবাদী শাসন-ব্যৱস্থা থকা দেশলৈ আকৃষ্ট হয়, যি ক্ষেত্ৰত ৰাষ্ট্ৰীয় পুঁজি বৈপ্লৱিক জাগৰণৰ সম্ভাৱনা থকা অঞ্চলবোৰলৈ বেছিকৈ পঠিওৱা হয়। ব্যক্তিগত একচেটিয়াবোৰে অৰ্থনীতিৰ উত্থানৰ সময়ত পুঁজিৰ ৰপ্তানি প্ৰৱলতৰ কৰে আৰু অৰ্থনৈতিক আৰু ৰাজনৈতিক সঙ্কটৰ সময়ত তাক উঠাই আনে। ৰাষ্ট্ৰীয় পুঁজি সম্পূৰ্ণ পৃথক কাৰণত ৰপ্তানি কৰা হয়। পুঁজিবাদী জগতত পৰিস্থিতি যিমানেই সুস্থিৰ হয় সিমানেই ৰাষ্ট্ৰীয় মালিকানাৰ পুঁজি ৰপ্তানিৰ হেতু কম হয়, আৰু বিপৰীতে পুঁজিবাদৰ সঙ্কট যিমানেই গভীৰ হয়, সাম্ৰাজ্যবাদী চৰকাৰসমূহে অশান্ত অঞ্চলবোৰলৈ বিপ্লৱৰ ধুমুহা বোধ কৰাৰ আশাত পুঁজি পঠিওৱা সিমানেই বেছি হয়। এই অৰ্থত, ৰাষ্ট্ৰীয় পুঁজিৰ ৰপ্তানিক “পৃথিবীৰ ৰাজনৈতিক বতৰৰ” বেৰোমিটাৰ বুলি বিবেচনা কৰিব পাৰি।

১১নং তালিকাই এমেৰিকাই ৰাষ্ট্ৰীয় পুঁজি ৰপ্তানি কৰাৰ পিছত থকা কৌশলৰ এটা ধাৰণা দিয়ে।

তালিকাত দিয়া সংখ্যাবোৰে দেখুৱায় যে যুদ্ধ-পৰৱৰ্তী প্ৰথম চাৰে বাৰ বছৰত

( ১৯৪৫ৰ জুলাই—১৯৫৭ৰ ডিচেম্বৰ ) এমেৰিকান সাম্ৰাজ্যবাদীসকলে ইউৰোপ আৰু জাপানত পুঁজিবাদক "জোৰা-টাপলি" দিয়াত দৃষ্টি কেন্দ্ৰীভূত কৰিছিল। সামৰিক ধ্বংস, ক্ষুধা আৰু কৰ্মহীনতাই এই দেশবোৰত বৈপ্লৱিক অভ্যুত্থানৰ বিপদ সৃষ্টি কৰিছিল। এনে সম্ভাৱনা এই দেশবোৰ বিশ্বপুঁজিবাদৰ কেন্দ্ৰ হোৱাৰ হেতুকে বিশেষভাৱে বিপজ্জনক আছিল।

আজি এই অঞ্চলবোৰৰ পুঁজিপতিবোৰ আগতকৈ শক্তিশালী হৈছে আৰু সিহঁতক দিয়া ঋণ শোধ কৰিবলৈ আৰম্ভ কৰিছে। মাৰ্শাল প্লেন আৰু আন আন সাহায্য কৰ্মসূচী অনুসাৰে ৰপ্তানিকৃৰা এমেৰিকাৰ ৰাষ্ট্ৰীয় পুঁজিয়ে প্ৰতিক্ৰিয়াক সুদৃঢ় কৰা আৰু বৈপ্লৱিক শক্তিক দুৰ্বল কৰাত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে।

১১ নং তালিকা

**"অসামৰিক" উদ্দেশ্যৰ বাবে এমেৰিকাই দিয়া ঋণ আৰু অৰ্থ সাহায্য**

| ঋণ আৰু অৰ্থ সাহায্য পাওঁতা | মঞ্জুৰ কৰা কাল জুলাই ১৯৪৫—ডিচেম্বৰ ১৯৫৭ | ১৯৫৮—৬৪ |
|---|---|---|
| পশ্চিম ইউৰোপ | ২৫,৬২১ | —১,৬০১[১] |
| জাপান | ২,৪৭২ | ১২৬ |
| এছিয়া আৰু মধ্য এছিয়া | ৪,৪৭১ | ৯,২৯০ |
| দূৰপ্ৰাচ্য আৰু ওচেনিয়া ( জাপানক বাদ দি ) | ৬,২৬০ | ৫,০২২ |
| লেটিন এমেৰিকা | ১,৫৪৩ | ৩,৩৮৮ |

আজি এছিয়া, ওচেনিয়া, লেটিন এমেৰিকা আৰু আফ্ৰিকাৰ তৰুণ জাতীয় ৰাষ্ট্ৰবোৰলৈ এমেৰিকাৰ ৰাষ্ট্ৰীয় মূলধনৰ ৰপ্তানিয়ে একে ভূমিকা পালন কৰাই কাম। এইবিলাকত সাম্ৰাজ্যবাদীবোৰ আভ্যন্তৰীণ প্ৰতিক্ৰিয়াৰ শক্তিক শক্তিশালী কৰিবলৈ আৰু জাতীয়-মুক্তিৰ শক্তিসমূহক দুৰ্নীতিগ্ৰস্ত কৰিবলৈ উদগ্ৰীবো

১। বিয়োগ চিনে আগতে দিয়া ঋণৰ সেই অংশ শোধ কৰা বুজাইছে।

হৈছে। এইটো আকস্মিক কথা নহয় যে ঠিক এই দেশবোৰলৈকে এমেৰিকাৰ ৰাষ্ট্ৰীয় পুঁজিৰ সকলো ৰপ্তানিয়ে বাট লৈছে।

ৰাষ্ট্ৰীয় মালিকানাৰ পুঁজিৰ ৰপ্তানি যিবোৰ দেশত ব্যক্তিগত পুঁজিয়ে লাভ অৰ্জন কৰাৰ সম্ভাৱনা নাই, আৰু আনকি বিপদাপন্ন হোৱাৰহে আশংকা আছে, সেইবোৰ দেশৰ কাৰণে নিৰ্দিষ্ট আৰু তাৰ লক্ষ্য হৈছে য'তেই পুঁজিবাদী সম্পৰ্ক বিপদাপন্ন হয় তাতেই তাক ৰক্ষা কৰা।

পঞ্চাশ বছৰমান আগতে লেনিনে লিখিছিল যে পৃথিৱীৰ সকলো অংশতে মূলধন লগ্নী কৰা এখন দেশ (তেওঁ বৃটেনক বুজাইছিল), অস্ত্ৰৰ দ্বাৰা তাৰ প্ৰতিক্ৰিয়াশীল শাসনব্যৱস্থাবোৰ আৰু তাৰ মূলধন ৰক্ষাৰ কাৰণে আন্তৰ্জাতিক পুলিচৰ ভূমিকাত অৱতীৰ্ণ হ'বলৈ বাধ্য। আজি এমেৰিকা যুক্তৰাষ্ট্ৰই পৃথিৱীৰ ওপৰত পুলিচৰ কাম কৰিব বিচাৰে। তাৰ মূলধনৰ শক্তি আৰু অস্ত্ৰবল সংযোজিত কৰি এমেৰিকান সাম্ৰাজ্যবাদে উত্থিত বিপ্লৱে বিপদাপন্ন কৰা প্ৰতিক্ৰিয়াশীল শাসনবোৰ সুদৃঢ় কৰিবলৈ চেষ্টা কৰিছে।

বুৰ্জোৱা ৰাজনৈতিক অৰ্থনীতিয়ে মূলধন ৰপ্তানিৰ বিষয়টোৰ প্ৰতি বিশেষ মনোযোগ দিয়ে। কিন্তু ই এই কথা বিবেচনা নকৰে যে তাৰ কাম হৈছে এই ৰপ্তানিৰ কাৰণে লক্ষ্য আৰু পৰিণামসমূহ প্ৰকাশ কৰা। বিপৰীতপক্ষে, ই সেই-বোৰ ঢাকিবলৈ মাত্ৰ চেষ্টা কৰে; বিত্তীয় কুলীন গোষ্ঠীৰ আধিপত্যৰ লগত এই ৰপ্তানিৰ সংযোগ গোপন কৰিবলৈ চেষ্টা কৰে। কিছুমান এমেৰিকান অৰ্থনীতিবিদে মূলধন ৰপ্তানিক যথেষ্ট অৰ্থসম্পদ থকা এখন দেশৰপৰা মূলধনৰ প্ৰয়োজন হোৱা এখন দেশলৈ অৰ্থৰ স্থানান্তৰৰ এটা সৰল প্ৰয়োগমূলক কাম বুলি ভাবে।

একচেটিয়া পুঁজিয়ে অনগ্ৰসৰ দেশবোৰত জীৱনধাৰণৰ মানদণ্ড উন্নত কৰে বুলি দিয়া মত সমানেই অবাস্তৱ। এমেৰিকান অৰ্থনীতিবিদ ফেনিঙে এমেৰিকাৰ তৈল একচেটিয়াবোৰক উপকাৰী হিচাপে দেখে। তেওঁ কৈছে যে মূলধনে অনগ্ৰসৰ দেশবোৰৰ প্ৰাকৃতিক সম্পদ ব্যৱহাৰ কৰিছে যিবোৰ সেয়ে নহ'লে অস্পৰ্শিত হৈ থাকিলহেঁতেন (খুব সম্ভৱ সাম্ৰাজ্যবাদীবোৰৰ দ্বাৰা), আৰু কৈছে যে জাতীয় উদ্যোগৰ বিকাশ অগবঢ়াই স্থানীয় জনসাধাৰণৰ জীৱন-ধাৰণৰ মান উন্নীত কৰিছে। ডাঙৰীয়া ফেনিঙ কিন্তু এক বিষয়ত নিমাত— "উপকৃত" দেশবোৰত এনে আচৰিত দাৰিদ্ৰ্য কিয়?

আন এজন এমেৰিকান অৰ্থনীতিবিদ চি, লিউইচে মূলধন ৰপ্তানিৰ ইয়াতকৈও এক প্ৰগতিশীল ব্যাখ্যা দিছে। তেওঁৰ মতে মূলধনৰ আন্তৰ্জাতিক স্থান পৰিবৰ্তনে কেৱল শিল্পকেই বিকশিত নকৰে, বা প্ৰাকৃতিক সম্পদকেই কামত নলগায় কিন্তু সি পৃথিবীৰ এক অংশৰপৰা আন অংশলৈ শিল্প-বিপ্লৱৰ ফলসমূহ স্থানান্তৰৰ এক ধৰণো। কিন্তু তেৱোঁ এই কথা উল্লেখ কৰিবলৈ পাহৰি গৈছে—বিদেশী উদ্যোগবোৰত লিপ্ত একচেটিয়াবোৰৰ কাৰিকৰী সফলতা সেই একচেটিয়াবোৰৰে সম্পত্তি হৈ থাকে, সিহঁতে শোষণ কৰা দেশবোৰৰ নহয়।

বৰ্তমানৰ অৱস্থাত মূলধন ৰপ্তানিৰ মুকলি প্ৰশংসা কাচিৎহে সফল হ'ব পাৰে। ঠিক সেই কাৰণেই বুৰ্জোৱা অৰ্থনীতিবীদবোৰে প্ৰমাণ কৰিবলৈ চেষ্টা কৰে মূলধন ৰপ্তানিৰ ভূমিকাত মৌলিক পৰিৱৰ্তন হৈছে যেহেতু এতিয়া সি সাৰ্বভৌম ৰাষ্ট্ৰলৈ গৈছে। এমেৰিকান অৰ্থনীতিবিদ হিগিন্‌চ্ আৰু মালেনকমৰ মতে নিজস্ব কোম্পানী আইন থকা, অৰ্থ সম্পৰ্কীয় আইন, মুদ্ৰা নিয়ন্ত্ৰণ আদি থকা এখন সাৰ্বভৌম দেশত বিদেশী লগ্নী ঔপনিবেশিক দেশত কৰা লগ্নীৰ পৰা সম্পূৰ্ণ পৃথক।

লেটিন এমেৰিকাৰ কেইবাখনো সাৰ্বভৌম দেশৰ অভিজ্ঞতাই কি দেখুৱায়? ই দেখুৱায় আনুষ্ঠানিক ৰাষ্ট্ৰীয় সাৰ্বভৌমত্ব বিদেশী মূলধন আমদানিৰ ভয়ঙ্কৰ পৰিণামৰ পৰা এখন দেশ ৰক্ষা কৰিবলৈ এতিয়াও যথেষ্ট নহয়। সিহঁতৰ মূলধন ৰপ্তানি কৰি এমেৰিকান সাম্ৰাজ্যবাদীবোৰে এই স্বাধীন দেশবোৰৰ সম্পদ লুণ্ঠন কৰে আৰু লাখে লাখে মানুহক সৰ্বনশীয়া দাৰিদ্ৰ্যৰ পথলৈ ঠেলি দিয়ে। তাৰোপৰি সিহঁতে প্ৰতিক্ৰিয়াশীল, সামৰিক আৰু সামন্ততন্ত্ৰী শাসনব্যৱস্থা যতেই সম্ভৱ হয় জাপি দিয়ে।

কথাটো হ'ল সাৰ্বভৌমত্বৰ কি ব্যৱহাৰ কৰা হয়? যদি ইয়াক বৈদেশিক মূলধনৰ অবাধ প্ৰয়োগৰ পথ মুকলি কৰিবৰ কাৰণে ব্যৱহাৰ কৰা হয়, তেনে-হ'লে এই সাৰ্বভৌমত্ব নিজেই এটা অলীক বস্তু হৈ পৰে। আনহাতে যদি ইয়াক জাতীয় স্বাৰ্থ ৰক্ষা কৰিবলৈ ব্যৱহাৰ কৰা হয়, তেনেহ'লে বিদেশী মূলধনৰ কোনো মুক্ত সীমাহীন দস্যুতাপূৰ্ণ লগ্নী হব নোৱাৰে।

জনসাধাৰণে আৰু এই কথা বিশ্বাস নকৰে যে আমদানিকাৰী ৰাষ্ট্ৰৰ স্বাৰ্থত মূলধন ৰপ্তানি কৰা হয় আৰু ৰপ্তানি কৰা ৰাষ্ট্ৰৰ একচেটিয়া মালিকবোৰৰ স্বাৰ্থত নহয়।

# ব্যক্তিগত একচেটিয়া প্ৰতিষ্ঠানবোৰৰ মাজত পৃথিবীৰ বজাৰ ভগা-ভগি আৰু ৰাষ্ট্ৰীয় একচেটিয়া "সংহতিকৰণ"

বিত্তীয় কুলীন গোষ্ঠীৰ দ্বাৰা আন্তৰ্জাতিক আধিপত্য স্থাপন কৰাত মূলধনৰ ৰপ্তানিয়েই একমাত্ৰ অস্ত্ৰ নহয়। পৃথিবীৰ বজাৰ দখল আন এপাত অস্ত্ৰ।

যেতিয়া উৎপাদন কেন্দ্ৰীভূত কৰাৰ ফলত একচেটিয়া প্ৰতিষ্ঠানৰ আবিৰ্ভাৱ হয়, সিবোৰে প্ৰথমতে ঘৰুৱা বজাৰ দখল কৰে। বিংশ শতাব্দীত ঘৰুৱা বজাৰ পৃথিবীৰ বজাৰৰপৰা অৱশ্যে পৃথক নহয়। যেতিয়া এটা উদ্যোগে ঘৰুৱা বজাৰৰ চাহিদা সম্পূৰ্ণৰূপে পূৰ কৰে তেতিয়া ই তাৰ বস্তু ৰপ্তানি কৰিবলৈ চেষ্টা কৰে। বৃহত্তম একচেটিয়াবোৰে বাহিৰত যোগাযোগ গঢ়ি তোলে। সিহঁতে সিহঁতৰ উদ্যোগবোৰ গঢ়িবলৈ আৰম্ভ কৰে, আন দেশত শাখা আৰু মিশ্যন স্থাপন কৰে আৰু বিদেশী উদ্যোগত সিহঁতৰ অংশ বৃদ্ধি কৰে। লগে লগে ৰপ্তানিৰ বাবে বস্তুৰ উৎপাদন বৃদ্ধি হয় আৰু বিদেশী বজাৰৰ কাৰণে প্ৰতিযোগিতা তীব্ৰতৰ হয়। শেষত **পৃথিবীৰ বজাৰ দৈত্যকায় একচেটিয়াবোৰৰ মাজত ভগা-ভগি হয়।** মাত্ৰ কেইটামান একচেটিয়া প্ৰতিষ্ঠানে প্ৰত্যেক বজাৰত আধিপত্য কৰে। সঘনে সিহঁতে দেখে মুকলি প্ৰতিযোগিতা সুবিধাজনক নহয়। অধিকতৰ লাভৰ হেপাহে প্ৰত্যেকবিধ বস্তুৰ বাবে পৃথিবীৰ বজাৰ ভগাভগি কৰাৰ কাৰণে চুক্তিত উপনীত হয়।

মাৰ্ক্সবাদীসকলে বিভিন্ন সাম্ৰাজ্যবাদী শক্তিৰ বৃহত্তম একচেটিয়া পুঁজিপতি-বোৰৰ মাজত হোৱা এই দিহা-ব্যৱস্থাক **অতি-একচেটিয়া** বুলি অভিহিত কৰে। অতি-একচেটিয়াবোৰৰ আবিৰ্ভাৱ আৰু বিকাশে এইকথাৰ ইঙ্গিত দিয়ে যে আনকি শতিকাৰ আৰম্ভণিতে পুঁজিবাদে মূলধনৰ পৃথিবীজোৰা কেন্দ্ৰীভূতকৰণৰ এক স্তৰ পালেগৈ (যিমানদূৰ সম্ভৱ কেইটামান উদ্যোগৰ প্ৰসঙ্গত) যিটো পূৰ্বৰ স্তৰবোৰতকৈ অতুলনীয়ভাৱে উচ্চতৰ আছিল।

শ্ৰমজীৱী মানুহৰ কাৰণে অতি-একচেটিয়া বিকাশৰ কি অৰ্থ? প্ৰথমতঃ পৃথিবীৰ বজাৰ ভগা-ভগিয়ে বুজায় যে সাম্ৰাজ্যবাদী দেশবোৰ আৰু অতি-একচেটিয়াৰ মাজত ভাগ হোৱা দেশবোৰৰ জনসংখ্যাই তেওঁলোকে কিনা বস্তুৰ কাৰণে উচ্চতৰ একচেটিয়া দাম দিব লগা হয়, দ্বিতীয়তঃ, পৃথিবীৰ বজাৰ ভগাভগিৰ বাবে হোৱা দিহা-ব্যৱস্থাই সচৰাচৰতে উৎপাদন কমোৱাৰ আৰু দাম বৃদ্ধি সম্ভৱ কৰাৰ কাৰণে কৃত্ৰিম অনাটনৰ সৃষ্টি কৰে। এই কাৰণেই অতি-একচেটিয়াবোৰে উদ্যোগ বন্ধ কৰি পেলায় আৰু প্ৰধানকৈ ঔপনিবেশিক আৰু পৰাধীন দেশসমূহত উৎপাদন হ্ৰাস কৰে। ই তৎক্ষণাৎ কৰ্মহীনতা বৃদ্ধি কৰে আৰু দাৰিদ্ৰ্য তীব্ৰতৰ কৰে। তৃতীয়তঃ, এনে চুক্তিবিলাক আচলতে একচেটিয়া পুঁজিপতিবোৰৰ শ্ৰমিক শ্ৰেণীৰ বিৰুদ্ধে **একচেটিয়াৰ এক আন্তৰ্জাতিক ৰাজনৈতিক গোট**। এই ধৰণৰ চুক্তিবোৰত “ক'লা-তালিকা”ৰ সলনাসলনিৰ নিৰ্চনা ক্ৰিয়াকৰ্ম, শ্ৰমিক-বিৰোধী কাৰ্য-কলাপৰ বাবে উমৈহতীয়া পুঁজি আৰু শ্ৰমিকসকলক নিচেই সামান্য মজুৰি লবলৈ বাধ্য কৰাৰ ব্যৱস্থা আদি লক্ষ্য-কিচাপে সমুখত ৰখা হৈছে।

পৃথিবীৰ বজাৰৰ অৰ্থনৈতিক ভগাভগিয়ে বিত্তীয় **পুঁজি আৰু উন্নয়নমুখী দেশবোৰৰ জনসাধাৰণৰ মাজত দ্বন্দ্বৰ** জন্ম দিছে। আন্তৰ্জাতিক একচেটিয়া প্ৰতিষ্ঠানবোৰে এই দেশবোৰৰ বজাৰ আৰু কেঁচা মালৰ উৎস দখল কৰিবলৈ, সিবোৰৰ স্বাধীন বিকাশত বাধা দিবলৈ, কেঁচামালৰ কাৰণে যিমানদূৰ সম্ভৱ কম মূল্য দিবৰ কাৰণে আৰু সিহঁতৰ বস্তুবোৰ অতি চৰা-দামত বিক্ৰী কৰিবলৈ চেষ্টা কৰে। পৃথিবীৰ অৰ্থনৈতিক ভাবে বিভাজনৰ ফলস্বৰূপে উঠি অহা একচেটিয়াবোৰে অনুন্নত দেশবোৰক কৰা শোষণ এই দেশবোৰৰ পশ্চাৎগতি আৰু সিবোৰৰ জনসাধাৰণৰ দৰিদ্ৰ্যৰ এক প্ৰধান কাৰণ।

তথাপি এই সকলোবোৰে কিন্তু অতি-একচেটিয়াৰ বিকাশৰ ফলত হোৱা ভয়ঙ্কৰ সামাজিক পৰিণাম পূৰ্ণ প্ৰকাশ নকৰে। বিৰাট বিৰাট ট্ৰাষ্টবোৰৰ মাজত পৃথিবীৰ বজাৰ ভগাভগিয়ে **পুঁজিবাদী জগতৰ উৎপাদিকা শক্তিসমূহৰ বিকাশ অৱধাৰিতভাৱে মন্থৰ কৰিছে।** এই বজাৰবোৰৰ যিকোনো এটাৰে একোটা সময়ত চলিত দামত কোনো এক নিৰ্দিষ্ট বস্তুৰ সমগ্ৰ উৎপাদন সামৰি লোৱাৰ সীমাবদ্ধ ক্ষমতাৰ কাৰণেই বিভিন্ন বস্তুৰ বাবে পৃথিবীৰ বজাৰ ভগা-ভগিৰ

কাৰণে চুক্তি সংঘঠিত হয়। চাহিদা যেতিয়া পৰি আছে, আনকথাত বজাৰ যেতিয়া বিশেষভাৱে সীমাৱদ্ধ হয়, তেতিয়া বজাৰ ভগাভগিৰ কাৰণে চুক্তিবোৰ কিয় বেছি হয় তাৰ যুক্তিসঙ্গত কাৰণ আছে।

বজাৰৰ সীমাবদ্ধতা অতিক্ৰম কৰাৰ পুঁজিবাদী পন্থা জনসাধাৰণৰ স্বাৰ্থৰ সম্পূৰ্ণ বিৰুদ্ধমুখী। আন্তৰ্জাতিক ট্ৰাষ্টবোৰৰ মাজত বজাৰ ভগা-ভগিৰ যেই-কোনো চুক্তিৰেই লক্ষ্য হৈছে কৃত্ৰিমভাৱে বস্তুৰ দাম বৃদ্ধি কৰা। উদাহৰণ স্বৰূপে, ১৯৩৪ চনত তৈল কাৰ্টেলবোৰৰ এনে এক ব্যৱস্থা পত্তন কৰিলে যাৰ অধীনত তেল আৰু তৈলজাত বস্তুবোৰ গোটেই পৃথিবীজুৰি এমেৰিকাৰ তেলৰ দামত বিক্ৰী কৰিব লাগিব। এইভাৱেই, আজি প্ৰায় পঁচিশ বছৰ ধৰি যেইকোনো পুঁজিবাদী দেশৰ ক্ৰেতাসকলে, ধৰক, মধ্যপ্ৰাচ্যৰ সস্তীয়া তেলৰ বাবে সিমানেই ভৰিব লগা হৈছে যিমান মেক্সিকো উপসাগৰৰ বন্দৰবোৰে পঠিওৱা আৰু তাৰপৰা অন্যান্য ঠাইলৈ জাহাজেৰে পঠিওৱা খৰচ যোগ কৰি এমেৰিকাৰ তেলৰ বাবে ভৰিব লাগে, যদিও ক্ৰেতা দেশখনৰ দূৰত্ব হয়তো মাত্ৰ কেইডজনমান মাইলহে।

এই অতি-একচেটিয়াবোৰে যেই কোনো পণ্যৰ চৰা দাম বজায় ৰাখে। উদাহৰণ স্বৰূপে চৌডা কাৰ্টেলবোৰৰ সভ্যবোৰে কাৰ্টেলৰ আন সভ্যসকলৰ কাৰণে নিৰ্দিষ্ট বজাৰত প্ৰৱেশ নকৰিবলৈ চুক্তিবদ্ধ হ'ল আৰু তাৰোপৰি, "বাহিৰৰ" ক্ৰেতাসকলৰ কাৰণে অতিপাত দাম ধৰিবলৈ বা আন দেশ দেশভাৱে অগ্ৰগণীয় চত আৰোপ কৰিবলৈ ৰাজী হ'ল। বা, উদাহৰণ স্বৰূপে প্ৰথম মহাযুদ্ধৰ পাছত যেতিয়া স্পেইনত পটাচিয়াম লৱণৰ এক ডাঙৰ আকৰ আবিষ্কৃত হ'ল, এক আন্তৰ্জাতিক পটাচিয়াম কাৰ্টেলে একমাত্ৰ সিবোৰৰ আহৰণ আৰু তাৰ ফলত হবলগীয়া দামৰ হ্ৰাস ৰোধ কৰিবলৈ তাৰ সৰ্বাধিক অংশ কিনি ললে। ঠিক একে কাৰণতেই তৈল কাৰ্টেলৰ সভ্যবোৰে কিনি ৰখা বিৰাট বিৰাট তৈল বহন-কাৰী অঞ্চল বছৰ বছৰ ধৰি অশোষিত হৈ পৰি আছে।

মূল্যস্ফীতিৰ বাস্তৱ পৰিণাম হ'ল পৃথিবীৰ বজাৰৰ ক্ষমতাৰ আৰু সঙ্কোচন। সেই কাৰণে ই খুবেই স্বাভাৱিক যে পৃথিবীৰ বজাৰ ভগাভগিৰ সৰ্বাধিক সংখ্যক চুক্তিয়েই কিছুমান কাৰ্টেলৰ বস্তুৰ উৎপাদন কঠোৰভাৱে হ্ৰাস কৰাৰ ব্যৱস্থা দিছিল। সমগ্ৰভাৱে সমাজৰ পক্ষে ইয়াৰ অৰ্থ হ'ল উৎপাদিকা শক্তিসমূহৰ বিকাশৰ বেগ বাধাপ্ৰাপ্ত হৈছে; জনসাধাৰণৰ ভোগ কমোৱা হৈছে আৰু স্থিত

কাৰখানাৰ পূৰ্ণ ক্ষমতা ব্যৱহাৰ হোৱা নাই বা কোনো কোনো সময়ত আনকি নষ্টহে কৰা হৈছে।

অতি-একচেটিয়াবোৰে উৎপাদিকা শক্তিসমূহৰ বিকাশ বাধাগ্ৰস্ত কৰাৰ আন আন পন্থাও আছে। উদাহৰণ স্বৰূপে, পুঁজিবাদী জগতৰ হীৰা উৎপাদনৰ শতকৰা ৯৫ ভাগ নিয়ন্ত্ৰণ কৰা হীৰা চিণ্ডিকেটবোৰৰ এক কৃত্ৰিম "হীৰাৰ ক্ষুধা" সৃষ্টি কৰি তাৰ চৰা দাম বজায় ৰাখিছে। ফলত ভালেমান উদ্যোগত যন্ত্ৰপাতিৰ কাৰ্যকাৰিতা পৰি গৈছে যেহেতু হীৰাৰ ব্যৱহাৰ সীমাবদ্ধ হৈছে। তাৰোপৰি, এই নীতিয়ে হীৰা ৰেহোৱা কামত (প্ৰচেছিং) নিযুক্ত শ্ৰমিকসকলৰ অপকাৰ কৰিছে। সংবাদপত্ৰৰ ৰিপৰ্টমতে বেলজিয়ামৰ হীৰা কটা কাৰখানাবোৰত কেঁচামালৰ অনবৰত অভাৱে সঞ্চিত কৰ্মহীনতাৰ সৃষ্টি কৰিছিল।

এনে উদাহৰণ বহুত আছে। পৃথিৱীৰ অৰ্থ নৈতিকভাৱে বিভাজনৰ চুক্তিবোৰে কাৰ্যতঃ সকলো পুঁজিবাদী দেশকে সামৰি লৈছে। ইয়াৰ অৰ্থ হ'ল এয়ে যে একচেটিয়া আৰু অতি-একচেটিয়াত পৰিণতি লাভ কৰা পুঁজিবাদী মালিকানাৰ ৰূপে বেলেগ বেলেগ দেশত আৰু পৃথিৱীব্যাপী উৎপাদিকা শক্তিসমূহৰ বিকাশ মন্থৰ কৰা আন এটা কাৰণৰ জন্ম দিছে। আৰু ইয়েই সামাজিক ব্যৱস্থাবোৰৰ অলসতাৰ কাৰণ।

অতি-একচেটিয়াৰ আধিপত্যই সমগ্ৰ মানবজাতিৰ কাৰণে ভয়াবহ পৰিণাম মাতি আনিছে। অভিজ্ঞতাই দেখুৱাইছে যে পৃথিৱীৰ বজাৰ ভগা-ভগিৰ কাৰণে শান্তিপূৰ্ণ চুক্তিসমূহ সাময়িক আৰু অস্থিৰ। বিত্তীয় পুঁজিৰ বৃহৎ মালিকবোৰে কাৰ্টেল সভ্যবোৰৰ মাজত শক্তি-সমতা অনুসৰি পৃথিৱীৰ বজাৰ ভাগ কৰে। কিন্তু এই ভাৰসাম্য বেগেৰে পৰিবৰ্তিত হয়। কাৰণ জাতীয় একচেটিয়াবোৰ সমহাৰত বিকশিত নহয়। নতুন আবিষ্কাৰবোৰে বেলেগ বেলেগ একচেটিয়া প্ৰতিষ্ঠানক বেলেগ বেলেগভাৱে অনুগ্ৰহ কৰে। নতুন উদ্যোগৰ বিকাশ, সাংশ্লেষিক বস্তুৰ উৎপাদন আদিয়েও ইয়াক অগবঢ়ায়। শক্তিসমতাৰ পৰিবৰ্তনৰ লগে লগে, পৃথিৱীৰ বজাৰ ভগা-ভগিৰ প্ৰায়বোৰ চুক্তিয়েই ক্ষণস্থায়ী প্ৰমাণিত হ'ল আৰু পৃথিৱীৰ "যৌথ" আৰু "শান্তিপূৰ্ণ" শোষণৰ ঠাইত আহিল পৃথিৱীৰ পুনৰ বিভক্তিকৰণ আৰু পৃথিৱীত একক-প্ৰাধান্যৰ বাবে মুকলি সংঘৰ্ষ আৰু সশস্ত্ৰ সংগ্ৰাম।

১২নং তালিকাই বিদেশী বজাৰৰ কাৰণে সংগ্ৰামত শক্তিসমতা কিমান বেগেৰে পৰিৱৰ্তিত হয় তাক দেখুৱাইছে।

১২নং তালিকা

## পৃথিবীৰ ৰপ্তানিত প্ৰধান সাম্ৰাজ্যবাদী দেশবোৰৰ ভাগ

| দেশসমূহ | পৃথিবীৰ ৰপ্তানিৰ শতকৰা | |
|---|---|---|
| | ১৯৪৬ | ১৯৬৫ |
| বৃটেন | ১১.৬৪ | ৮.৮৪ |
| ফেডাৰেল জাৰ্মানী | ০.৭২ | ১০.৮৪[১] |
| যুক্তৰাষ্ট্ৰ ( এমেৰিকা ) | ২৯.৯৯ | ১৬.৩৩ |
| ফ্ৰাঞ্চ | ২.৬৯ | ৬.০৩ |
| ইটালী | ০.৯১ | ৪.৯৮ |
| জাপান | ০.৩৩ | ৫.১৩ |

এইদৰেই, পৃথিবীৰ ৰপ্তানিত গাইগুটীয়া দেশবোৰৰ অৱস্থান পৰিষ্কাৰ। আৰু আমি যদি কোনো বিশেষ বিশেষ বস্তুৰ উৎপাদনৰ কথা বিবেচনা কৰো তেতিয়া এইকথা পৰিষ্কাৰ হব যে পৃথিবীৰ উৎপাদন আৰু এই বস্তুবোৰৰ ৰপ্তানিত বিভিন্ন দেশৰ ভাগত আৰু বেছি পৰিবৰ্তন হৈছে।

১৩নং তালিকাই পৃথিবীৰ তীখা-টিউব উৎপাদন আৰু ৰপ্তানিত কিছুমান দেশৰ ভাগ কেনেকৈ পৰিবৰ্তিত হৈছে দেখুৱাইছে।

এইকথা পৰিষ্কাৰ যে ১৯৫০ চনত স্থাপনকৰা আন্তৰ্জাতিক তীখা-টিউব কাৰ্টেল স্থায়ী নহল যেহেতু পাছৰ ১৩ বছৰত তীখা-টিউব উৎপাদনৰ মুঠ পৰিমাণত প্ৰধান পুঁজিবাদী দেশবোৰৰ ভাগৰ ক্ষেত্ৰত সৰ্বাধিক পৰিবৰ্তন সাধিত হ'ল। সেইকাৰণে, টিউব কাৰ্টেলৰ সভ্যবোৰ সিবোৰৰ নিজৰ ভিতৰৰ প্ৰতিদ্বন্দ্বিতাত সম্পূৰ্ণৰূপে ব্যস্ত আছিল। ফলত, এমেৰিকা আৰু বৃটেনে যথেষ্ট পৰিমাণে পিছলৈ ঠেলা খোৱাৰ অৱস্থা পালে। ফ্ৰাঞ্চে তাৰ আগৰ অৱস্থান ৰক্ষা কৰাত কঠিনতাৰ সম্মুখীন হ'ল আৰু ফেডাৰেল জাৰ্মানী, ইটালী, আৰু বিশেষকৈ জাপানে এক ডাঙৰ খোজ আগবাঢ়িল।

১। ১৯৬৫ ৰ জানুৱাৰী-ছেপ্তেম্বৰৰ হিচাপ

১৩ নং তালিকা

## তাম্বা-টিউব উৎপাদন আৰু ৰপ্তানিত পুঁজিবাদী দেশবোৰৰ ভাগৰ পৰিবৰ্তন

### ( মুঠ উৎপাদন আৰু ৰপ্তানিৰ শতকৰা )

| দেশ | | | ৰপ্তানি | |
|---|---|---|---|---|
| | ১৯৫০ | ১৯৬৩ | ১৯৫০ | ১৯৬৩ |
| ফেডাৰেল জাৰ্মানী | ৬'৭ | ১৭'০ | ২০'১ | ২৯'১ |
| জাপান | ৪'৬ | ১২ ২ | ০ | ২১'২ |
| ফ্ৰান্স | ৩'২ | ৭'৫ | ১৩'৮ | ১৩ ০ |
| বৃটেন | ৯'৩ | ৭'৩ | ২৬'৭ | ১২'৯ |
| ইটালি | ২'৪ | ৯'২ | ৪'৫ | ১০'৬ |
| বেলজিয়াম | ০'৬ | ২'০ | ৩ ০ | ৬'০ |
| এমেৰিকা | ৭৩ ২ | ৪২'৮ | ৩১ ৯ | ৭'২ |

আজি পৃথিবীৰ আধিপত্যৰ কাৰণে সাম্ৰাজ্যবাদীবোৰে লগোৱা 'ঠুখন মহাসমৰৰ পাছত প্ৰধান প্ৰতিযোগীবোৰে সিহঁতৰ সংগ্ৰাম শান্তিপূৰ্ণভাৱে চলাইছে। কিন্তু ক্ষমতাশালী সাম্ৰাজ্যবাদী চক্ৰবোৰৰ মাজত সংগ্ৰামৰ ৰূপ যেনে-ভাৱেই সলনি নহওক লাগিলে, তাৰ শ্ৰেণীচৰিত্ৰ সদায়েই একে থাকিব—পৃথিবীৰ আধিপত্যৰ কাৰণে সিহঁতৰ প্ৰত্যেকৰে চেষ্টা, পৃথিবীৰ জনসাধাৰণক শোষণৰ জৰিয়তে আদায় কৰা লাভৰ বেছি ডাঙৰ অংশ এটা পাবৰ কাৰণে চেষ্টা। এই কথা স্পষ্ট যে যেতিয়ালৈকে সাম্ৰাজ্যবাদৰ অস্তিত্ব আছে, তেতিয়ালৈকে পৃথিবীৰ বজাৰ আৰু প্ৰভাৱিত অঞ্চলবোৰৰ বণ্টন আৰু পুনৰ্বণ্টনৰ কাৰণে সাম্ৰাজ্যবাদী শক্তিবোৰৰ মাজত সশস্ত্ৰ সংগ্ৰামৰ অৰ্থনৈতিক ভিত্তিও আছে।

পৃথিবীৰ ইতিহাসৰ বৰ্তমান স্তৰৰ বিশেষত্ব হৈছে এয়ে যে সাম্ৰাজ্যবাদীবোৰৰ আক্ৰমণাত্মক উদ্দেশ্য শক্তিশালী সমাজতান্ত্ৰিক ব্যৱস্থাই বোধ কৰিছে আৰু এই সমাজতান্ত্ৰিক ব্যৱস্থাৰ প্ৰতি সকলো মহাদেশৰ সাম্ৰাজ্যবাদ-বিৰোধী শক্তিসমূহ ক্ৰমাৎ বেছিকৈ আকৃষ্ট হৈছে। আজি যুদ্ধ এৰোৱাৰ সম্ভাৱনা সাম্ৰাজ্যবাদৰ

আক্ৰমণাত্মক নীতি পৰিবৰ্তন কৰাত নাই কিন্তু সমাজতান্ত্ৰিক শিবিৰৰ অস্তিত্ব, তাৰ শক্তিৰ দৃঢ় বৃদ্ধি, আৰু সাম্ৰাজ্যবাদী যুদ্ধ আৰু আক্ৰমণৰ বিৰুদ্ধে থিয় দিয়া সকলো প্ৰগতিশীল শক্তিৰ সুদৃঢ়কৰণৰ ওপৰত নিৰ্ভৰ কৰিছে। সমাজতন্ত্ৰৰ শক্তি সমূহৰ সাম্ৰাজ্যবাদৰ শক্তিসমূহতকৈ বৰ্ধমান শ্ৰেষ্ঠতা, শান্তিৰ শক্তিৰ যুদ্ধৰ শক্তিতকৈ বেছি শ্ৰেষ্ঠতা এই সকলোবোৰে সমাজতন্ত্ৰৰ জগৎজোৰা বিজয়ৰ আগতেই মহাযুদ্ধক নিৰ্বাসন দিয়াৰ সম্ভাৱনা আনি দিছে।

# সাম্ৰাজ্যবাদী সংহতকৰণ—
# পৃথিৱীৰ বজাৰ ভগাভগিৰ
## এক ৰাষ্ট্ৰীয় আৰু একচেটিয়া ৰূপ

আজিৰ আন্তৰ্জাতিক অৱস্থাই সাম্ৰাজ্যবাদী শক্তিবোৰৰ বৃহত্তম একচেটিয়াবোৰৰ পক্ষে পৃথিৱীৰ বজাৰ আগৰদৰে খেয়াল-খুচিমতে ভগাভগি কৰা বৰ্ধিতভাৱে অসম্ভৱ কৰি তুলিছে যেহেতু সমাজতন্ত্ৰ আৰু জাতীয়-মুক্তি বিপ্লৱৰ শক্তিসমূহে সক্ৰিয় বাধা আগবঢ়াইছে। সমাজতান্ত্ৰিক দেশবোৰত ক্ষিপ্ৰ অৰ্থনৈতিক অগ্ৰগতিয়ে সিঁথিলাকক পুঁজিবাদী দেশবোৰলৈ আৰু বিশেষকৈ নতুনকৈ স্বাধীন হোৱা ৰাষ্ট্ৰসমূহলৈ বস্তু ৰপ্তানি কৰাত সহায় কৰিছে। সেইকাৰণেই সমাজতান্ত্ৰিক দেশবোৰে কৰা সৰবৰাহৰ হেতুকে একচেটিয়াবোৰৰ মাজত "প্ৰভাৱিত অঞ্চল" ভাগ কৰা, বজাৰৰ অৱস্থা আৰু দাম সম্পৰ্কে হোৱা চুক্তিবোৰ কাৰ্যকৰী নহয়। তাৰোপৰি, সাম্ৰাজ্যবাদৰ কবলৰপৰা মুক্ত হোৱা দেশবোৰে নিজেই অনেক সময়ত বৈদেশিক বাণিজ্য একচেটিয়া কৰে আৰু তেওঁলোকৰ প্ৰয়োজনীয় বস্তুবোৰ ক'ত আৰু কি দামত কিনিব ঠিৰাং কৰে আৰু ছোভিয়েত ইউনিয়ন আৰু অন্যান্য সমাজতান্ত্ৰিক দেশৰ লগতো সিবোৰৰ ব্যৱসায়িক সহযোগিতা অনবৰত বহলায়।

বিত্তীয় কুলীন গোষ্ঠীবদ্বাৰা পৃথিৱীৰ বজাৰ ভগাভগিৰ ব্যক্তিগত একচেটিয়া ক্ৰিয়া-কৌশল তলে তলে দুৰ্বল হৈছে আৰু নতুন ঐতিহাসিক পৰিস্থিতিত সি কাৰ্য দক্ষ নহয় ই তাৰেই প্ৰমাণ। সেই কাৰণেই শাসনাধিষ্ঠিত বুৰ্জোৱাই নতুন পৰিস্থিতিৰ লগত খাপ খুৱাব পৰাকৈ সাম্ৰাজ্যবাদী একচেটিয়াবোৰৰ মাজত অৰ্থনৈতিক সম্পৰ্কৰ ব্যৱস্থা "উন্নত" ( বিত্তীয় কুলীন গোষ্ঠীৰ স্বাৰ্থত ) কৰিবলৈ আশা ৰাখে। বিত্তীয় কুলীন গোষ্ঠীয়ে অৰ্থনৈতিক সংহতকৰণৰ জৰিয়তে এই কাম সমাধা কৰিবলৈ বিচাৰে।

সাম্ৰাজ্যবাদী দেশবোৰত দুটা সম্পূৰ্ণ বিপৰীতমুখী প্ৰৱণতাই কাম কৰিছে।

প্ৰথমটো হৈছে জাতীয় সীমাৰ বাহিৰত সম্প্ৰসাৰণ, আন্তৰ্জাতিক যোগাযোগৰ বিকাশ আৰু মূলধনৰ আন্তৰ্জাতিক সংমিশ্ৰণৰ কাৰণে থকা বৃহৎ পুঁজিৰ মনোভাব। আনটো প্ৰৱণতা জাতীয় বিচ্ছিন্নতা, আৰু অৰ্থনৈতিক নীতিত চৰম জাতীয়তাবাদৰ অভিমুখে। দুয়োটা মনোভাৱৰ কাৰণে বাস্তৱ আৰু যুক্তিসন্মত কাৰণ আছে। আমি আগতেই কৈ আহিছো যে বৃহৎ পুঁজিৰ কাৰণে তাৰ জাতীয় সীমাৰ ভিতৰত যথেষ্ট সুবিধা নাই। প্ৰযুক্তিবিদ্যাৰ বিকাশ আৰু বৃহৎ পৰিমাণৰ উৎপাদনে বৃহৎ পুঁজিৰ পক্ষে আন্তৰ্জাতিকভাৱে কাম-কাজ কৰিবলৈ আৰু তাৰ নিজ দেশৰ বাহিৰত অৰ্থনৈতিক সম্পৰ্কৰ বিকাশসাধন কৰিবলৈ এক প্ৰৱণতাৰ উদগনি দিয়ে। কিন্তু পৃথিৱীৰ বজাৰত কঢ়া-আজোৰা, আৰু বৃহৎ প্ৰতিষ্ঠান-বোৰৰ অৱধাৰিত পতন আৰু পৰস্পৰৰ লগত সংযুক্ত হৈ থকাৰ হেতুকে সকলো পুঁজিবাদী দেশকে আঘাত কৰা সাধাৰণ অৰ্থনৈতিক সঙ্কটকো ধৰি, এই সকলোবোৰ জাতীয় সীমাৰ ভিতৰত আন্তৰ্জাতিক ক্ষেত্ৰত অৰ্থনৈতিক প্ৰতিযোগিতাৰ অনিষ্টকাৰী ফলবোৰৰ বিৰুদ্ধে ৰক্ষা-কবচ বিচৰাৰ প্ৰৱণতা জগাই তোলে।

সাম্ৰাজ্যবাদৰ সমগ্ৰ ইতিহাস জুৰি এই দুই প্ৰৱণতাই পৰিলক্ষিত হৈছে কিন্তু প্ৰত্যেকটোৱেই বেলেগ বেলেগ সময়ত আৰু বেলেগ বেলেগ তীব্ৰতা লৈ দেখা দিয়ে। ১৯২৯-৩৩ৰ পৃথিৱীজোৰা অৰ্থনৈতিক সঙ্কট এমেৰিকাত আৰম্ভ হৈ সকলো পুঁজিবাদী দেশৰ ওপৰত এক হিমপ্ৰপাতৰ দৰে ফাটি পৰিছিল। ঘনিষ্ঠ আন্তৰ্জাতিক সম্পৰ্ক আনকি তুলনামূলকভাৱে সুস্থিৰ অৰ্থনীতিৰ দেশবোৰতো অৰ্থনৈতিক গোলমালৰ এক প্ৰধান উৎস ই তাৰ এক সুন্দৰ প্ৰমাণ। ১৯৩১-৩৮ চনত স্বৰ্ণমানৰ পতনে পৃথিৱীৰ পুঁজিবাদী অৰ্থনৈতিক সম্পৰ্কত ভাঙনৰ ধাৰা সম্পূৰ্ণ কৰিলে। বহুপাক্ষিক বাণিজ্যৰ ভিত্তি ধ্বংস হ'ল আৰু ক্লিয়েৰিং চুক্তিৰ ভিত্তিত দ্বিপাক্ষিক বাণিজ্যলৈ উত্তৰণ আৰম্ভ হ'ল।

সাম্ৰাজ্যবাদৰ মাজত নিহিত অৰ্থনৈতিক সঙ্কটৰ আপদীয়া প্ৰভাৱৰপৰা জাতীয় অৰ্থনীতিক ৰক্ষা কৰাৰ হেপাহে প্ৰত্যেক দেশকে বস্তু, মূলধন জনশক্তি, স্বৰ্ণ আৰু মুদ্ৰা দেশৰ সীমা পাৰ হৈ অহাযোৱা ৰোধ কৰিবলৈ নিজৰ চাৰিওফালে বাধাৰ প্ৰাচীৰ তুলি দিয়াৰ অভিমুখে লৈ গ'ল। ই অৰ্থনৈতিক নীতিৰ ক্ষেত্ৰত

এক সুতীব্ৰ জাতীয়তাবাদৰ আৰম্ভণিৰ সূচনা কৰিলে আৰু এই সময়তেই ভাঙন-মুখী প্ৰৱণতা বেছি শক্তিশালী হ'ল।

বৰ্তমান এই দুয়োটা ভাৱেই প্ৰত্যক্ষ হৈছে। ভাঙনমুখী প্ৰৱণতাৰ, প্ৰধানকৈ নব্য জাতীয় ৰাষ্ট্ৰসমূহৰ অধিকসংখ্যকে নিদৰ্শন দেখুৱাইছে যিবোৰ ৰাষ্ট্ৰই মন্দা আৰু সঙ্কটে সঘনে কোবোৱা সাম্ৰাজ্যবাদী দেশবোৰৰ লগত অৰ্থনৈতিক বান্ধোনৰপৰা মুক্ত নিজস্ব জাতীয় অৰ্থনীতি গঢ়ি তুলিবলৈ বিচাৰে। সিবোৰৰ নিজৰ অভিজ্ঞতাই এই কথা জনায় যে সাম্ৰাজ্যবাদী অৰ্থনীতিত ক্ৰিয়া কৰা নিয়মবোৰে তেওঁলোকৰ নিজৰ বিকাশত বাধা জন্মায়। সেইবাবেই এই অৰ্থনীতিৰপৰা গা এৰাই চলা নব্য স্বাধীন ৰাষ্ট্ৰসমূহৰ স্বাৰ্থৰ অনুকূলে।

আগৰদৰে আজিও আন্তৰ্জাতিক পৰিসৰত অৰ্থনৈতিক সম্পৰ্কৰ প্ৰতি প্ৰৱণতা সাম্ৰাজ্যবাদী শক্তিবোৰৰ বৃহৎ একচেটিয়া পুঁজিৰ মাজত নিহিত হৈ আছে। যাইহওক, সংহতীকৰণৰ প্ৰতি আধুনিক প্ৰৱণতাৰ তাৎপৰ্যপূৰ্ণ অৰ্থ আছে। আগতে যেতিয়া আন্তৰ্জাতিক সম্পৰ্কৰ ধাৰা ব্যক্তিগত একচেটিয়াবোৰৰ নিজৰ কাম-কাজৰ মাজেদি বিকশিত হৈছিল, আজি সংহতীকৰণৰ প্ৰধান সংগঠক আৰু প্ৰেৰণাদাতা হৈছে ৰাষ্ট্ৰীয় একচেটিয়া পুঁজি। কিন্তু ইয়াৰ অন্যতম প্ৰধান কাম হৈছে ব্যক্তিগত একচেটিয়াবোৰৰ বাবে অৱস্থা সহজ কৰি দিয়া। বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱৰ বুকুত আজিৰ যুগৰ সংহতীকৰণৰ জন্ম আৰু তাৰফালৰপৰা সি এই বিপ্লৱক ত্বৰান্বিতো কৰে। সাম্ৰাজ্যবাদী সংহতীকৰণৰ এক বিশেষ দিশ হৈছে তাৰ সমাজতন্ত্ৰ-বিৰোধী গতি, আৰু সমাজতান্ত্ৰিক ব্যৱস্থাৰ বিৰুদ্ধে সংগ্ৰামত প্ৰতিক্ৰিয়াৰ সকলো অৰ্থনৈতিক আৰু ৰাজনৈতিক শক্তিক ঐক্যবদ্ধ কৰা সাম্ৰাজ্যবাদী দেশবোৰৰ মাজত আন্তৰ্জাতিক সম্পৰ্কৰ এক ব্যৱস্থা গঢ়ি তোলাৰ হেপাহ।

সাধাৰণ বজাৰৰ স্থাপন পুঁজিবাদী দেশবোৰৰ অৰ্থনৈতিক সংহতীকৰণৰ এক বাস্তৱ ৰূপ। ইউৰোপত অৱস্থিত দুখন সাধাৰণ বজাৰ—ইউৰোপীয় অৰ্থনৈতিক কমিউনিটি, (ফেডাৰেল জাৰ্মানী, ফ্ৰান্স, ইটালী, বেলজিয়াম, হলেণ্ড আৰু লুক্সেমবাৰ্গ) আৰু ইউৰোপীয় ফ্ৰি ট্ৰেড এচোচিয়েশ্যনে (বৃটেন চুইডেন, ডেনমাৰ্ক, নৰৱে, অষ্ট্ৰিয়া, চুইজাৰলেণ্ড আৰু পৰ্তুগাল) পৃথিবীৰ অৰ্থনৈতিক সম্পৰ্কৰ ভাঙন ৰোধ কৰিবলৈ কৰা চেষ্টাৰ নিদৰ্শন।

কিন্তু অৰ্থনৈতিক সম্পৰ্কৰ ব্যৱস্থাত জোৰা-টাপলি দিবলৈ চেষ্টা কৰাৰ অৰ্থ এই নহয় যে সেইটো কৰা সম্ভৱ।

সঁচা কথা, প্ৰাথমিক অৱস্থাত ভালেকেইখন ইউৰোপীয় বজাৰক একেলগ কৰাৰ মাজেদি অৰ্থনৈতিক অগ্ৰগতিক কিছু পৰিমাণে উত্তেজনা দিব পাৰে যেহেতু সংহত দেশবোৰৰ সাধাৰণ বজাৰ সিবোৰৰ পৃথক পৃথক বজাৰৰ সমষ্টিৰ তুলনাত অলপ ডাঙৰ। দেখাত অসম্ভৱ যেন লাগিলেও এই ঘটনা সম্পূৰ্ণ যুক্তিসঙ্গত। পুঁজিবাদী বজাৰৰ ক্ষমতা নিৰ্ণীত হয় উৎপাদনৰ আহিলা আৰু ভোগ্য-পণ্যৰ কাৰ্যকৰী চাহিদাৰ ওপৰত। এক সাধাৰণ বজাৰৰ প্ৰথমতঃ অৰ্থ হৈছে জাতীয় বাধা-প্ৰাচীৰবোৰ নাইকিয়া হয় আৰু আন দেশৰপৰা বস্তু দেশৰ ভিতৰলৈ সোমাবলৈ দিয়া হয়। আৰু বিদেশী বস্তুৰ অন্তৰ্গমনে প্ৰতিজন উৎপাদনকাৰী—এজন সাধাৰণ ব্যৱসায়ী, এক ব্যক্তিগত একচেটিয়া প্ৰতিষ্ঠান বা ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান—সকলোকে তীব্ৰতৰ বৈদেশিক প্ৰতিযোগিতাৰ কাৰণে প্ৰস্তুত কৰে আৰু তাৰ বাবে উন্নত উৎপাদন আৰু প্ৰযুক্তিবিদ্যাৰ আধুনিকীকৰণ প্ৰয়োজনীয় হয়। বাণিজ্য শুল্ক হ্ৰাস বা উঠাই দিয়াৰ ফলত কাৰিকৰীভাৱে অগ্ৰসৰ উদ্যোগবোৰে আন দেশত সিবোৰৰ বস্তুৰ বিক্ৰী বঢ়োৱাৰ আশা কৰিব পাৰে। ই স্বাভাৱিকতেই সিবোৰক নতুন কাৰখানা সজোৱায় আৰু ইয়ো উৎপাদনৰ আহিলাৰ বাবে বৰ্ধিত চাহিদাৰ সৃষ্টি কৰে আৰু শেষ বিচাৰত ব্যৱসায়িক কাম-কাজ সজীৱ কৰি তোলে। এইভাৱেই, শিল্পপতিবোৰে নতুন পৰিস্থিতিৰ লগত খাপ-খুৱাই চলাৰে কালত, "সাধাৰণ বজাৰ"বোৰে ভোগ্যপণ্যৰ চাহিদা বৰ্ধন কৰে, অৰ্থনৈতিক কাম-কাজ উদগায় আৰু বৃদ্ধি হাৰ ত্বৰান্বিত কৰে। বৰ্ধিত ব্যৱসায়িক কৰ্মই ভোগ্যপণ্যৰ চাহিদাক কিছু পৰিমাণে উচ্চতা দান কৰে।

কিন্তু এই খাপখুওৱাৰ ধাৰা শেষ হোৱাৰ লগে লগে, অৰ্থনৈতিক কাম-কাজৰ বৰ্ধনত এই সাময়িক কাৰণৰ প্ৰভাৱো কমিবলৈ আৰম্ভ হয়। ইয়াৰ পাছত আৰু বিকাশ পুঁজিবাদী উৎপাদনৰ নিয়ম অনুসৰি চলে। সেইবাবেই ইউৰোপীয় অৰ্থনৈতিক গোষ্ঠী ( ইউৰোপিয়ান ইকনমিক কমিউনিটি )ৰ দেশসমূহত সংহতী-কৰণৰ সময়ৰ আদিতে প্ৰাথমিক অৰ্থনৈতিক বৃদ্ধিৰ হাৰ উচ্চতৰ আছিল আৰু পাছৰ বছৰবোৰত সি বৃজন পৰিমাণে পৰি আহিবলৈ ধৰিলে।

"সাধাৰণ বজাৰবোৰে" পুঁজিবাদী দেশবোৰৰ মাজত আন্তৰ্জাতিক অৰ্থ নৈতিক সম্পৰ্ক সবল ভেটিত স্থাপন কৰিব নোৱাৰে, এই মাৰ্ক্সীয় সিদ্ধান্তৰ শুদ্ধতা ইতিহাসে প্ৰমাণ কৰিছে। সিবোৰে বজাৰৰ শ্ৰেণীগত সমস্যা সমাধান কৰিব নোৱাৰে যেহেতু সিবোৰে পুঁজিবাদী পুনৰুৎপাদনৰ দ্বন্দ্ব শেষ নকৰে, সঙ্কটৰ ভীতি আঁতৰাব নোৱাৰে। বিপৰীতপক্ষে, বজাৰৰ ক্ষমতাৰ বৃদ্ধিয়ে সেই কাৰণসমূহৰ ফল তীব্ৰতৰ কৰে আৰু বেছি গুৰুতৰ কৰে।

অৰ্থ নৈতিক সংহতীকৰণে বিত্তীয় পুঁজিৰ বিভিন্ন অংশৰ মাজত সংঘৰ্ষৰ অৱসান কৰিব নোৱাৰে বৰং তাক বঢ়ায়হে* তত্ৰাচ সাম্ৰাজ্যবাদী সংহতীকৰণৰ শ্ৰেণী-তাৎপৰ্য সৰুকৈ দেখা ভুল হ'ব। বিত্তীয় কুলীন গোষ্ঠীৰ বিভিন্ন সমষ্টিৰ মাজত আন্তঃসংমিশ্ৰণ আৰু সহযোগিতা সংহতী-কৰণে তীব্ৰতৰ কৰে। কিছু পৰিমাণে ই বৃহৎ বুৰ্জোৱাৰ শক্তিসমূহক ঐক্যবদ্ধ কৰে আৰু তাৰ বিৰুদ্ধে থিয় দিয়া সৰ্বহাৰাৰ শক্তিসমূহক বিভক্ত কৰিবলৈ ব্যৱহৃত হয়। সেইকাৰণেই আন্তৰ্জাতিক শ্ৰমিক ঐক্যৰ ইমান বেছি গুৰুত্ব। মাও চে-তুঙ আৰু তেওঁৰ চক্ৰৰ প্ৰৰোচনামূলক আৰু বিভেদকামী কাৰ্যই পৃথিৱীৰ শ্ৰমিকশ্ৰেণী আৰু জাতীয় মুক্তি আন্দোলনৰ বিস্তৰ ক্ষতিসাধন কৰিছে।

অনগ্ৰসৰ দেশবোৰৰ মাজতো আন্তৰ্জাতিক অৰ্থ নৈতিক সহ-মিলনৰ কাৰণে ইচ্ছা পৰিলক্ষিত হৈছে। কিন্তু, সি এক বেলেগ প্ৰকৃতিৰ। এই কথা সৰ্বজনবিদিত যে সাম্ৰাজ্যবাদে তাৰ সঙ্কীৰ্ণ স্বাৰ্থত চুবুৰীয়া অনগ্ৰসৰ দেশবোৰৰ মাজত সুস্থ অৰ্থ নৈতিক সম্পৰ্ক গঢ়ি উঠাত বাধা দিছে। ই প্ৰত্যেক দেশকে প্ৰধান পুঁজিবাদী দেশবোৰৰ প্ৰয়োজনীয় ৰপ্তানি বস্তু উৎপাদন কৰিবলৈ বাধ্য কৰে কিন্তু চুবুৰীয়া দেশবোৰৰ প্ৰয়োজনীয় বস্তু উৎপাদনৰ কাৰণে নকৰে যেহেতু প্ৰায় ক্ষেত্ৰতেই সেইবোৰ বস্তুৰ উৎপাদনত সিহঁতি নিজেই সেইবোৰৰ উৎপাদন বৈশিষ্ট্য লাভ কৰিছিল। ফলত অনগ্ৰসৰ দেশবোৰে পৰস্পৰক বিক্ৰী কৰিবলৈ একো নাথাকে। সেইবাবে, উন্নয়নমুখী দেশবোৰৰ মাজত অৰ্থ নৈতিক সংহতী-কৰণৰ কাৰণে থকা প্ৰৱণতা এক যুক্তিসঙ্গত আত্মৰক্ষামূলক প্ৰত্যাঘাত।

কিন্তু অনগ্ৰসৰ দেশবোৰৰ অৰ্থ নৈতিক সন্মিলনে—য'ত সাম্ৰাজ্যবাদী শক্তিবোৰক অংশ লবলৈ সুবিধা দিয়া হয়, তাৰ লক্ষ্য লাভ নকৰে যেহেতু সি

বৈদেশিক একচেটিয়া আধিপত্য দুৰ্বল নকৰে বৰং তাক সুদৃঢ়হে কৰে। এইভাৱেই, বিত্তীয় কুলীন গোষ্ঠীয়ে কিশোৰ সাৰ্বভৌম ৰাষ্ট্ৰবোৰৰ অৰ্থনীতিত ইইতৰ অনুপ্ৰবেশ বাধা দিবলৈ থিয় কৰা প্ৰাচীৰ ধ্বংস কৰে। খুবেই স্বাভাৱিক যে এছিয়া, আফ্ৰিকা আৰু লেটিন এমেৰিকাত এনে "সাধাৰণ বজাৰ" সংগঠিত কৰিবলৈ সাম্ৰাজ্যবাদীবোৰে শক্তি অনুসাৰে চেষ্টা কৰে বা উন্নয়নমূখী দেশবোৰক সাম্ৰাজ্যবাদী "সাধাৰণ বজাৰৰ" লগত জড়িত কৰিবলৈ চেষ্টা কৰে।

# ঔপনিবেশিকতাবাদ আৰু নব্য-ঔপনিবেশিকতাবাদ

## ঔপনিবেশিকতাবাদ

ঔপনিবেশিকতাৰ আৰু সাম্ৰাজ্যবাদী নীতি পুঁজিবাদৰ আগমনৰ আগতেও আছিল। দাসপ্ৰথাৰ ওপৰত প্ৰতিষ্ঠিত ৰোম সাম্ৰাজ্যই এক ঔপনিবেশিক আৰু সাম্ৰাজ্যিক নীতি অনুসৰণ কৰিছিল। কিন্তু মূলগতভাৱে বিভিন্ন সামাজিক অৰ্থনৈতিক গঠনবোৰ বিবেচনা নকৰা বা আওকাণ কৰা সাম্ৰাজ্যবাদ সম্পৰ্কীয় যুক্তিবোৰ অন্তঃসাৰশূন্য কিছুমান তৰাং কথা হ'বলৈ বাধ্য। আনকি পুঁজিবাদী ঔপনিবেশিক নীতিৰে আগৰ স্তৰবোৰ বিত্তীয় পুঁজিৰ ঔপনিবেশিক নীতিৰপৰা পৃথক। অতীতৰ ঔপনিবেশিক নীতি আৰু ইতিহাসৰ বিভিন্ন স্তৰত হোৱা ঔপনিবেশিক আধিপত্যৰ পদ্ধতি আৰু লক্ষ্যৰ পৰিবৰ্তনবোৰ বিশ্লেষণ কৰিহে মাত্ৰ আধুনিক ঔপনিবেশিকতাবাদৰ শুদ্ধ ধাৰণা লোৱা সম্ভৱ।

প্ৰাচীনকালতো উপনিবেশ আছিল। আন দেশৰপৰা আহি জনবসতিহীন অঞ্চলত বসবাস কৰিবলৈ লোৱা মানুহৰ আবাসস্থলবোৰকেই উপনিবেশ নাম দিয়া হৈছিল। এই উপনিবেশবোৰৰ আন মানুহক শোষণ কৰাৰ লগত কোনো সম্পৰ্ক নাছিল। সময় যোৱাৰ লগে লগে, জনবসতিহীন অঞ্চল ক্ৰমে কমি আহিল।

শতাব্দীবোৰ যোৱাৰ লগে লগে উপনিবেশ দখল কৰাৰ পিছত থকা চালিকা-শক্তি সলনি হ'ল, আৰু আনকি প্ৰাচীনকালতেই উপনিবেশ শব্দটোৱে নতুন অৰ্থ লাভ কৰিলে। ঔপনিবেশিকতাই বিজিত দেশবোৰৰ ওপৰত সবল খেল আৰু জনসমষ্টিৰ আধিপত্যৰ প্ৰকৃতি ক্ৰমান্বয়ে বেছিকৈ আহৰণ কৰিলে। এমুঠি বিদেশী বিজেতাৰদ্বাৰা পদদলিত আৰু শোষিত বিজিত এলেকাসমূহ আৰু সিবোৰৰ জনসাধাৰণ এই ঔপনিবেশিক ব্যৱস্থাৰ মূল কেন্দ্ৰ আছিল।

দাস প্ৰথাৰ যুগে উপনিবেশ দখল কৰাৰ উদ্দেশ্য আৰু ঔপনিবেশিক

আধিপত্যৰ অৰ্থ সলনি কৰিলে। জনবসতিহীন অঞ্চল দখল কৰা অৰ্থহীন হৈ পৰিল। মুক্ত জনশক্তিৰ (দাসবোৰৰ) অফুৰন্ত উৎস হিচাপে উপনিবেশবোৰ বিশেষভাৱে মূল্যবান হৈ পৰিল। এতিয়া "উপনিবেশ" শব্দই ৰোম সাম্ৰাজ্যই দখল কৰা আৰু উৎপীড়িত কৰা বিৰাট ভূখণ্ডবোৰক বুজাইছিল। যেতিয়া ৰোমৰ ঔপনিবেশিক পৰাক্ৰম জহিবলৈ ধৰিলে আৰু দাসবোৰৰ আগমন কমি আহিল তেতিয়াৰেপৰা ৰোমৰ পতনৰ কাল আৰম্ভ হ'ল।

সামন্ততান্ত্ৰিক যুগত, দাস সংগ্ৰহৰ পৰিবৰ্তে, ভূমি সংগ্ৰহ ঔপনিবেশিক বিজয়ৰ উদ্দেশ্য হল। শক্তিশালী সামন্তপ্ৰভুবোৰে নিজৰ অধিকৃত অঞ্চলবোৰ বঢ়াবলৈ সদায় চেষ্টা কৰিছিল, কাৰণ সামন্ত শোষণব্যৱস্থাৰ ৰক্ষাৰ্থে যুক্ত কৰা অনেক অভিজাতক পুৰস্কৃত কৰাৰ প্ৰধান উপায় আছিল ভূমি বিতৰণ। বিদেশী ভূমিখণ্ড দখল কৰাৰ প্ৰৱণতা সামন্তবাদৰ ভিতৰত নিহিত হৈ পৰিছিল।

পুঁজিবাদেই সেই ব্যৱস্থা আছিল যি নিজে লাভ উৎপাদনৰ কাৰণে যি পৰিমাণ চেষ্টা কৰিছিল সেই পৰিমাণ শক্তি আৰু বিদ্ৰূপাত্মক মনোভাৱেৰে জনসাধাৰণক শোষণ আৰু পীড়ন কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু পুঁজিবাদৰ ইতিহাসৰ প্ৰত্যেকটো স্তৰৰ বিশিষ্ট লক্ষণ আছিল ঔপনিবেশিক বিজয়ৰ ভিন ভিন মতলব আৰু জনসাধাৰণক পীড়ন কৰাৰ ভিন ভিন পন্থা।

আদিম পুঁজি গঠনৰ কালত উপনিবেশ দখল কৰাটো অনগ্ৰসৰ দেশবিলাকৰ লুণ্ঠিত জনসাধাৰণৰ বিনিময়ত বৃহৎ পুঁজি জমা কৰাৰ অত্যাৱশ্যক পন্থা। সেইখিনি সময়ত উপনিবেশ পতাৰ নীতি মূল ইউৰোপীয় দেশবোৰত বৃহদাকাৰৰ পুঁজিবাদী উৎপাদনৰ বাবে বৰ প্ৰয়োজনীয় আছিল।

মাৰ্ক্সে লিখিছিল, "এমেৰিকাত সোণ আৰু ৰূপৰ আবিষ্কাৰ, খনিবোৰত আদিম অধিবাসীবোৰৰ সমাধি, বিনাশ আৰু দাসত্ব, পূৰ্বভাৰতীয় দ্বীপসমূহৰ লুণ্ঠন আৰু বিজয়ৰ আৰম্ভণি, কৃষ্ণবৰ্ণবোৰৰ ব্যৱসায়িক চিকাৰৰ কাৰণে আফ্ৰিকাক এক খোৰোঙলৈ পৰিবৰ্তন, এই সকলোবোৰেই পুঁজিবাদী উৎপাদন যুগৰ ফৈহুজালি আছিল।"

আদিম মূলধন গঠনত এইবোৰেই প্ৰধান নিয়ামক আছিল। পুঁজিবাদৰ কাৰখানাজাত উৎপাদনৰ যুগত উপনিবেশবোৰে কাৰখানাত প্ৰস্তুত বস্তুৰ বজাৰ

ঘতাইছিল আৰু সেই বজাৰবোৰৰ ওপৰত একচেটিয়া অধিকাৰে তীব্ৰতৰ মূলধন গচ্ছিতকৰণৰ নিশ্চয়তা দিছিল।

পুঁজিবাদৰ কাৰখানাযুগে উপনিবেশ দখলৰ কাৰণে মূলগতভাৱে নতুন হেতুৰ সৃষ্টি কৰিলে—যিবোৰ উপনিবেশত ইতিমধ্যেই বসতিস্থাপন হৈছিল। আগৰ কালবোৰত যেতিয়া উৎপাদিকা শক্তিসমূহৰ যথোচিত বিকাশ নোহোৱাৰ বাবে অনধ্যুষিত অঞ্চল দখল কৰাৰ প্ৰৱণতাই দেখা দিছিল, পুঁজিবাদৰ আমোলত সম্পূৰ্ণ বেলেগ কাৰণৰপৰা ব্যাপক আৰু বলপূৰ্বক পুনৰ্বসতি কৰোৱা হ'ল। সেইখিনি সময়ত থকা অতিৰিক্ত জনসংখ্যা উৎপাদিকা শক্তিসমূহৰ অপ্ৰচুৰতাৰ ফল নাছিল কিন্তু, বিপৰীত পক্ষে, সিবোৰৰ প্ৰযুক্তিবিদ্যাগত বিকাশৰহে ফল আছিল, যাৰ কাৰণে কম জনশক্তিৰ প্ৰয়োজন হৈছিল। অতিৰিক্ত জনসংখ্যা অনাহাৰ আৰু দেশান্তৰৰ জৰিয়তে নিৰ্মূল কৰা হৈছিল। জনসংখ্যাই উৎপাদিকা শক্তিসমূহক হেঁচা দিয়া নাছিল, কিন্তু উৎপাদিকা শক্তিসমূহেহে জনসংখ্যাৰ ওপৰত হেঁচা দিছিল আৰু তাক পলাবলৈ বাধ্য কৰিছিল।

উনবিংশ শতিকাত পুঁজিবাদৰ কাৰখানা স্তৰলৈ উত্তৰণৰ লগে লগে অগ্ৰসৰ ইউৰোপীয় দেশবোৰৰপৰা সিবোৰৰ উপনিবেশবোৰলৈ—এমেৰিকা, কানাডা, অষ্ট্ৰেলিয়া, নিউজিলেণ্ড—বহিৰ্গমন চৰম সীমা পাইছিলগৈ। ৰোডেচিয়াৰ "প্ৰতিষ্ঠাপক" জনাজাত সাম্ৰাজ্যবাদী চিচিল ৰোড্‌চে ইয়াৰ এক সুন্দৰ বৰ্ণনামূলক বিৱৰণ দিছে। ১৮৯৫ত তেওঁ লিখিছিল :—

"কালি মই লণ্ডনৰ ইষ্ট্ এণ্ডত আছিলোঁ আৰু নিবনুৱাসকলৰ এখন সভাত যোগ দিছিলোঁ। মই তাত উন্মত্ত বক্তৃতা শুনিছিলোঁ যিবিলাক আছিল 'ৰুটি! ৰুটি!'ৰ কাৰণে চিঞৰ। আৰু ঘৰলৈ ঘূৰোতে মই গোটেই ঘটনাটো সম্পৰ্কে গম্ভীৰ চিন্তা কৰিছিলোঁ। আৰু আগৰ যেইকোনো সময়তকৈ বেছিকৈ সাম্ৰাজ্যবাদৰ গুৰুত্ব সম্বন্ধে মোৰ প্ৰত্যয় জন্মিল।...মই পোষণ কৰা ভাবটো এই সামাজিক সমস্যাৰ এক সমাধান আৰু ই হৈছে, যুক্তৰাজ্যৰ ৪০,০০০,০০০ অধিবাসীক এক ৰক্তাক্ত গৃহযুদ্ধৰপৰা ৰক্ষা কৰিবলৈ হ'লে, আমি ঔপনিবেশিক ৰাষ্ট্ৰনায়কসকলে অতিৰিক্ত জনসংখ্যাক সংস্থাপন কৰিবলৈ, কাৰখানা আৰু খনিত উৎপাদিত বস্তুৰ কাৰণে নতুন বজাৰৰ ব্যৱস্থা কৰিবলৈ নতুন ভূ-খণ্ড আয়ত্ত কৰিব লাগিব। মই আগতে কোৱাৰ দৰে, সাম্ৰাজ্যৰ প্ৰশ্নটো জীৱিকা আৰু খাদ্যৰ

ধ্র। তুমি যদি গৃহযুদ্ধৰপৰা ৰেহাই পাব খোজা তেনেহলে সাম্রাজ্যবাদী হ'ব ল গিব।"

একচেটিয়া পুঁজিবাদলৈ উত্তৰণৰ পাছত এক তীব্রতৰ ঔপনিবেশিক নীতি ক উত্তৰোত্তৰ ঔপনিবেশিক সম্প্রসাৰণৰ নতুন অর্থনৈতিক কাৰণ সৃষ্টি হ'ল। চেটিয়া আধিপত্য হেতুকে বিদেশী বজাৰৰ কাৰণে উন্নত দেশবোৰৰ প্রয়োজন পৰিমাণে বাঢ়িল। লগে লগে একচেটিয়াবোৰে "উদ্বৃত্ত" মূলধন আটাইতকৈ জনকভাৱে ব্যৱহাৰ কৰিবলৈ বিচাৰিলে আৰু সস্তা। জনশক্তি, ভূমি আৰু চামালৰ উৎস, উপনিবেশবোৰ এনে এক ক্ষেত্র হ'ল য'ত এই "উদ্বৃত্ত" মূলধন টাইতকৈ সুবিধাজনকভাৱে ব্যৱহাৰ কৰিব পাৰি।

ঊনবিংশ শতকৰ দ্বিতীয়ার্ধত নানাতৰহৰ নতুন শিল্প গঢ়ি উঠিল আৰু শিল্পৰ য়োজনীয় কেঁচামালৰ পৰিসৰ বিৰাট পৰিমাণে বাঢ়ি গ'ল। প্রাক একচেটিয়া জিবাদৰ অজ্ঞাত এক নতুন সমস্যাৰ উদয় হ'ল - কেনেকৈ শিল্পক প্রয়োজনীয় খাৰে কেঁচামালৰ যোগান ধৰা হয়। এই কেঁচামালৰ উৎসবোৰ যদি দখল ৰা নহয়, তেনেহলে উচ্চতম লাভ উলিওৱাৰ সমগ্র সাম্রাজ্যবাদী ব্যৱস্থা দগ্রস্ত হ'ব।

এই সময়ত ঔপনিবেশিক বিজয়ৰ আন এটা প্রধান কাৰণ আছিল াম্রাজ্যবাদী শক্তিবোৰৰ আটাইতকৈ সুবিধাজনক সামৰিক গুৰুত্বপূর্ণ অৱস্থান ভ কৰিবলৈ কৰা প্রচেষ্টা।

একচেটিয়া পুঁজিবাদে ঔপনিবেশিক দাসত্ব বন্ধনৰ লক্ষ্য আৰু পদ্ধতিকেই মূল পৰিবর্তন কৰিলে। দাস-গিৰীয়া আৰু সামন্ততান্ত্রিক ঔপনিবেশিক ব্যৱস্থা, নিয়মিতভাৱেই, পোনপটীয়া আৰু খোলাখুলি সামৰিক হিংস্রতাৰ ফল। প্রবলতৰ শক্তিবোৰে দুর্বলতৰ শক্তিবোৰক পৰাজিত কৰি সিবিলাকক উপনিবেশলৈ ৰূপান্তৰিত কৰিছিল। সামৰিক উৎপাডনে জাপি দিছিল অর্থনৈতিক ঔপনিবেশিক শোষণ—পদানত জাতিবোৰে নিয়মীয়াভাৱে কৰ-কাটল দিবলৈ বাধ্য হৈছিল আৰু দাস আদিৰ যোগান ধৰিবলগীয়া হৈছিল। আদিম পুঁজিভৱনৰ সময়ছোৱাতো ঔপনিবেশিক ব্যৱস্থা উলঙ্গ, পাশৱিক শক্তিৰ ওপৰত বর্তি আছিল।

সাম্রাজ্যবাদী শক্তিবোৰে ঔপনিবেশিক বিজয়ক পৰিপূর্ণ গঢ় দিলে আৰু ঊনবিংশ শতিকাৰ শেহৰ ফালে পৃথিৱীৰ আঞ্চলিক ভগা-ভগি সম্পূর্ণ কৰিলে।

“সাম্ৰাজ্যবাদৰ ফৈলভাজালি”ৰ সময়ত বৃটেনৰ ঔপনিবেশিক অধিকাৰ ৬.৫ নিযুত বৰ্গকিলোমিটাৰৰপৰা ৩৮.৫ নিযুত বৰ্গকিলোমিটাৰলৈ বাঢ়িল। ভূ-মণ্ডলৰ প্ৰায় এক চতুৰ্থাংশ বৃটিছ আধিপত্যৰ তলত আছিল। ফ্ৰান্সো খুব পিছপৰি নাছিল—তাৰ ঔপনিবেশিক অধিকাৰ ০.৫ নিযুত বৰ্গকিলোমিটাৰৰপৰা ১১ নিযুত বৰ্গকিলোমিটাৰলৈ বাঢ়িল অৰ্থাৎ ২১ গুণ বৃদ্ধি হ'ল। ঊনবিংশ শতিকাৰ অষ্টম দশকত আফ্ৰিকাৰ মাটিৰ শতকৰা ১০ ভাগ মাত্ৰ, যত ইউৰোপীয় দেশৰ হাতত আছিল, তাৰ ঠাইত শতাব্দীৰ শেষৰ ফালে এই গোটেই মহাদেশ দেশবোৰৰ মাজত বণ্টন কৰা হ'ল।

ইতিমধ্যে, এমেৰিকান সাম্ৰাজ্যবাদে আভ্যন্তৰীণ উপনিবেশ স্থাপনৰ মাধ্যমেৰে—অৰ্থাৎ তাৰ আদিম আদিবাসীবোৰক নিৰ্মূল কৰি, তাৰ ভূখণ্ড দখল কৰিছিল। প্ৰায় সমগ্ৰ উত্তৰ এমেৰিকা আৰু মেক্সিকোৰ অংশ বিশেষ বিভিন্ন প্ৰকাৰে জয় কৰা হ'ল আৰু লেটিন এমেৰিকাৰ দেশবোৰ আৰু প্ৰশান্ত-মহাসাগৰত ঔপনিবেশিক সম্প্ৰসাৰণ অনুসৃত হ'ল। এমুঠি সাম্ৰাজ্যবাদী শক্তিৰ পক্ষে পৃথিৱীৰ সৰ্বাধিক জনসংখ্যা থকা আন সকলোবোৰ দেশৰ জাতীয় স্বাধীনতা আৰু ৰাজনৈতিক স্বতন্ত্ৰতা ফুঁৱে উৰাই দিবলৈ বেছি সময়ৰ প্ৰয়োজন নহ'ল।

একচেটিয়া পুঁজিবাদৰ ঔপনিবেশিক ব্যৱস্থাই দাসত্ব-বন্ধনৰ প্ৰাচীন হিংস্ৰতাৰ পদ্ধতিৰ লগত দুটা “নতুন” পদ্ধতি যোগ দিলে। সেয়া হ'ল—মূলধনৰ ৰপ্তানি আৰু অতি-একচেটিয়াবোৰৰ মাজত পৃথিৱীৰ অৰ্থনৈতিক বিভাজনৰ ভিত্তিত আন্তৰ্জাতিক বাণিজ্য। মূলধনৰ ৰপ্তানি আৰু আন্তৰ্জাতিক একচেটিয়া ব্যৱস্থা অৰ্থনৈতিক দস্তুৰ। পুৰণা হিংস্ৰতাৰ দস্তুৰৰপৰা সিবোৰক এটা তাৎপৰ্যপূৰ্ণ দিশে পৃথক কৰিছে—একচেটিয়াবোৰে অনুন্নত দেশবোৰক বন্দুক বা ৰাজনৈতিক একনায়কত্বৰ আশ্ৰয় নোলোৱাকৈ পদানত কৰিব পাৰে।

যেহেতু একচেটিয়া পুঁজিবাদৰ ঔপনিবেশিক নীতি এতিয়া পৃথক পদ্ধতিৰ ওপৰত প্ৰতিষ্ঠিত, ঔপনিবেশিক আধিপত্যৰ সামাজিক সম্পৰ্ক—আগতে যিবোৰ ইমান স্পষ্ট আছিল—এতিয়া সাৱধানে ঢাকি ৰখা হয়। এতিয়া মূলধন ৰপ্তানিৰ ফলত হোৱা শোষণৰ সম্পৰ্ক উন্নয়নমুখী দেশবোৰলৈ দিয়া “সাহায্য”ৰ আৱৰণত লুকাই থাকে।

খোলাখুলি বলপ্ৰয়োগৰ লগত উপনিবেশ স্থাপনৰ গোপন (প্ৰধানকৈ অৰ্থনৈতিক) পদ্ধতি সংযোগ কৰি সাম্ৰাজ্যবাদীবোৰে ঔপনিবেশিক দাসত্ব-বন্ধনৰ নতুন ৰূপ সৃষ্টি কৰিছে—অৰ্দ্ধ-উপনিবেশ আৰু তাঁবেদাৰ দেশ।

**অৰ্দ্ধ-উপনিবেশবোৰ** আনুষ্ঠানিকভাৱে স্বাধীন দেশ, কিন্তু সিহঁতৰ অৰ্থনীতি বৈদেশিক একচেটিয়া ক্ৰিয়া-কৰ্মৰ বাবে এক মুকলি আৰু সুচল ক্ষেত্ৰ। সিহঁতৰ আভ্যন্তৰীণ আৰু বৈদেশিক নীতি দেশৰ ভাবাটিয়া ৰাজনীতিবিদসকলৰ দ্বাৰা পৰিচালনা কৰা হয়, যিবোৰ ৰাজনীতিবিদে ঔপনিবেশিকতাবাদীসকলৰ সামৰিক শক্তিৰ ওপৰত ভৰসা ৰাখে। নিয়ম হিচাপেই, ঔপনিবেশিকতাবাদীসকলৰ দ্বাৰা নিৰ্দেশিত একপক্ষীয় ৰাষ্ট্ৰীয় চুক্তিবোৰ অৰ্দ্ধ-উপনিবেশবোৰৰ অধীনতাৰ পৰ্যায় প্ৰতিপন্ন কৰে। এইভাৱেই, এই দেশবোৰৰ ওপৰত শোষণে "আন্তৰ্জাতিক আইনসঙ্গত" মৰ্যাদা পায় আৰু ই সাম্ৰাজ্যবাদীসকলক এই দেশবোৰৰ আভ্যন্তৰীণ নীতিত হস্তক্ষেপ কৰিবলৈ সক্ষম কৰে।

**তাঁবেদাৰ দেশবোৰত** সাম্ৰাজ্যবাদৰ ওপৰত ৰাজনৈতিক আৰু অৰ্থনৈতিক অধীনতা অৰ্দ্ধ-উপনিবেশবোৰৰ সমান দূৰলৈ নাযায় আৰু সিহঁত সাম্ৰাজ্যবাদীবোৰৰ ওপৰত আইনগত বাধ্য-বাধকতাৰে বান্ধ খাই নাথাকে।

এই কথা লক্ষ্য কৰা উচিত যে ঔপনিবেশিক সাম্ৰাজ্যৰ পতনৰ লগত অৰ্দ্ধ-উপনিবেশবোৰ আৰু বিশেষকৈ তাঁবেদাৰ দেশবোৰ আধুনিক ঔপনিবেশিক ব্যৱস্থাৰ ৰাজহাড় স্বৰূপ।

পৰ্তুগালৰ ইতিহাসিক দৃষ্টান্ত হিচাপে লৈ লেনিনে এবাৰ এক বিশেষ ধৰণৰ তাঁবেদাৰ দেশৰ অস্তিত্বৰ বিষয়ে আঙুলিয়াই দিছিল—তুলনামূলক ভাৱে দুৰ্বল সাম্ৰাজ্যবাদী দেশে বেছি শক্তিশালী এখনৰ ওপৰত নিৰ্ভৰ কৰাৰ বিষয়ে। দুৰ্বলতৰ সাম্ৰাজ্যবাদী দেশ এখনৰ ঔপনিবেশিক অধিকাৰ আন সাম্ৰাজ্যবাদী শক্তিৰ দ্বাৰা বলপূৰ্বক দখল কৰাৰপৰা যি ৰক্ষা কৰিব তেনে এক শক্তিশালী ৰক্ষক পাবলৈ কৰা ইচ্ছাৰপৰা এনে ধৰণৰ আশ্ৰয়াধিনতা আহে। শতাব্দীৰ আৰম্ভণিতে ব্ৰিটেন পৰ্তুগালৰ এনে এক ৰক্ষক আছিল। "ক্ষতিপূৰণ" হিচাপে এই ধৰণৰ এখন তাঁবেদাৰ দেশে তাৰ ৰক্ষকক তাৰ নিজস্ব মাটিত অৰ্থনৈতিক, সামৰিক আৰু আন আন সুবিধা দিয়ে, আন্তৰ্জাতিক ঘটনাৱলীৰ ক্ষেত্ৰত ৰক্ষকক সমৰ্থন যোগায় বা আন কথাত, তাৰ বহুতীয়াত পৰিণত হয়। ই এক বিশেষ

ধৰণৰ আশ্ৰয়াধিনতা যেহেতু ই ঔপনিবেশিকতাবাদীবোৰৰ নিজৰ মাজতেই গঢ় লৈ উঠে আৰু প্ৰকৃততে ঔপনিবেশিক অধীনতাৰপৰাই আহে। সাম্ৰাজ্যবাদৰ আমোলত যে স্বাধীন সাম্ৰাজ্যবাদী দেশৰপৰা আৰম্ভ কৰি—জাতীয় সাৰ্বভৌম সম্পূৰ্ণৰূপে হেৰুওৱা দেশলৈকে নানাতৰহৰ ৰাজনৈতিক ৰূপ আছে ই তাৰেই কটফটীয়া উদাহৰণ।

আমাৰ সময়ত এটা ঔপনিবেশিক শক্তিয়ে অকলে পদানত কৰা জাতিসমূহৰ ওপৰত তাৰ আধিপত্য বজায় ৰাখিব নোৱাৰে। ঔপনিবেশিক শক্তিবোৰৰ ঔপনিবেশিকতাবাদী জোঁট গঠন কৰি সিহঁতৰ অৱস্থান সুদৃঢ় কৰিবলৈ বিচাৰে—এই সকলোবোৰেই মুখ্য প্ৰতিক্ৰিয়াশীল শক্তি এমেৰিকাৰ ওপৰত নিৰ্ভৰ কৰে। উৎপীড়িত দেশবোৰৰ উৎপীড়ক দেশবোৰৰ বিৰুদ্ধে সংগ্ৰামত এমেৰিকাৰ একচেটিয়া পুঁজিয়ে অৱধাৰিতভাৱেই উৎপীড়কবোৰক সমৰ্থন কৰে। বৃটিছ, ফৰাচী, ডাচ আৰু আন আন ঔপনিবেশিকতাবাদীবোৰক সমৰ্থন কৰোতে ই একোতে পিছ নোহোঁহকে—ডলাৰ, কূটনৈতিক চাপ, ধ্বংসাত্মক কাৰ্য, ষড়যন্ত্ৰ, অস্ত্ৰশস্ত্ৰ আৰু সশস্ত্ৰ হস্তক্ষেপ। এমেৰিকান সাম্ৰাজ্যবাদ আধুনিক যৌথ ঔপনিবেশিকতাবাদৰ ঘাটিত পৰিণত হৈছে।

**যৌথ ঔপনিবেশিকতা** হ'ল সাম্ৰাজ্যবাদী দেশবোৰৰ দ্বাৰা জাতীয় মুক্তি আন্দোলনক যুটীয়াভাৱে দমন, অনুন্নত দেশবোৰৰ প্ৰাকৃতিক সম্পদবোৰ যুটীয়াভাৱে শোষণ, মুক্তিৰ কাৰণে যুঁজ কৰা জনসাধাৰণৰ আইনসঙ্গত দাবীবোৰৰ বিৰুদ্ধে জাতিসংঘ আৰু অন্যান্য আন্তৰ্জাতিক সংস্থাত যুটীয়া কাম-কাজ।

যেহেতু একচেটিয়া পুঁজিয়ে ঔপনিবেশিক দাসত্বৰ নানা তৰহৰ গোপন পদ্ধতি গঢ়ি তুলিছে, সেয়ে আজিও বহু ৰাজনৈতিকভাৱে স্বাধীন ৰাষ্ট্ৰই বিদেশী পুঁজিপতিবোৰক ভাল কৰ দিয়ে। সিবিলাক নিষ্ঠুৰ ঔপনিবেশিক শোষণৰ পাত্ৰ হৈ থাকে আৰু আচলতে অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে সাম্ৰাজ্যবাদী দেশবোৰৰ ওপৰত নিৰ্ভৰশীল হয়।

ওপৰত আলোচনা কৰা ঔপনিবেশিকতাবাদৰ বিকাশৰ কাৰণসমূহ আৰু লগতে একচেটিয়া পুঁজিবাদৰ আহিংমূলক ঔপনিবেশিক উৎপীড়নৰ ৰূপ আৰু পদ্ধতি, এই সকলোবোৰ প্ৰধান পুঁজিবাদী দেশবোৰত বিত্তীয় পুঁজিৰ আধিপত্যৰ প্ৰাথমিক স্তৰৰ আভ্যন্তৰীণ দ্বন্দ্বৰ ফলহিচাপে মেট্ৰোপলিটান দেশবোৰত আবিৰ্ভূত

হৈছিল। সেই দ্বন্দ্ববোৰ সমাধা কৰিবলগীয়া হৈছিল নহলে সিবোৰ বৰফৰ লাডুৰ দৰে হৈ আহিলেহেতেন আৰু শীঘ্ৰে পুঁজিবাদৰ মৃত্যু ঘটা বজালেহেতেন। কিন্তু আনকি ঔপনিবেশিক সাম্ৰাজ্য প্ৰতিষ্ঠাইও সাম্ৰাজ্যবাদৰ প্ৰধান দ্বন্দ্ববোৰ দূৰ কৰিব নোৱাৰিলে। পুঁজিবাদ তাৰ ব্যৱস্থাৰ ভিতৰত থকা দ্বন্দ্ব সমাধান কৰিবলৈ অক্ষম। ই এই দ্বন্দ্বৰূপৰা কেৱল এটা সাময়িক ভাৱে বেহাই পাব পাৰে, আৰু এই আওপুৰণি ব্যৱস্থাৰ অৱধাৰিত পতন স্থগিত কৰিব পাৰে, সংঘৰ্ষ গভীৰতৰ আৰু ব্যাপকতৰ কৰাৰ বিনিময়ত। একচেটিয়া পুঁজিবাদৰ দৰাব ঔপনিবেশিক ব্যৱস্থাই তাৰ জন্মৰপৰা ঠিক এনেদৰেই দ্বন্দ্বৰ "সমাধান" কৰিছে। বাস্তৱত, কিন্তু, পুঁজিবাদী ব্যৱস্থাৰ দ্বন্দ্ব উৎপাদনৰ আহিলাবোৰৰ ব্যক্তিগত মালিকানাৰ অৱসান কৰাৰ মাজেদিহে মাত্ৰ সমাধান কৰিব পাৰি।

মুঠতে ক'বলৈ গ'লে, সমগ্ৰ শ্ৰেণী ইতিহাস জুৰি ঔপনিবেশিক বিজয়ৰ চালিকাশক্তি বহুবাৰ পৰিৱৰ্তিত হৈছে। উপনিবেশ দখল কৰাৰ ঠিক ঠিক কাৰণবোৰো বিভিন্ন যুগত ভিন ভিন হৈছে। কিন্তু সমগ্ৰ ইতিহাস জুৰি উপনিবেশবোৰৰ ভূমিকা অপৰিৱৰ্তিত হৈ ৰৈছে। ঔপনিবেশিক ব্যৱস্থা সদায়েই ব্যৱহাৰ কৰা হৈছে গৰাকী দেশবোৰত চলিত ব্যৱস্থাৰ আয়ুস দীঘলীয়া কৰাত সহায় কৰিবলৈ, এই ব্যৱস্থাৰ পতন আৰু ইবোৰে যি শ্ৰেণীবোৰৰ স্বাৰ্থ ৰক্ষা কৰে সেই শ্ৰেণীবোৰৰ মৃত্যু স্থগিত কৰিবলৈ।

এমুঠি "বৃহৎ" সাম্ৰাজ্যবাদী শক্তিৰ দ্বাৰা আনদেশক উৎপীড়ন হৈছে পুঁজিবাদক টোকাই ৰাখিবলৈ এক আধুনিক উপায়।

একচেটিয়া পুঁজিৰ দ্বাৰা ঔপনিবেশিক আধিপত্যৰ একচেটিয়াবোৰ আৰু উপনিবেশবোৰৰ শ্ৰমজীৱী মানুহ, প্ৰত্যেকৰ কাৰণে দুটা বেলেগ অৰ্থ আছিল। ঔপনিবেশিক ব্যৱস্থা বিত্তীয় পুঁজিৰ কাৰণে কল্পনা কৰিব নোৱাৰা ঐশ্বৰ্যৰ উৎস হৈছে আৰু উপনিবেশৰ জনসাধাৰণৰ বাবে আনিছে সৰ্বাধিক দাৰিদ্ৰ্য আৰু দুৰ্দশা।

সাম্ৰাজ্যবাদীবোৰে সিহঁতৰ ঔপনিবেশিক লুণ্ঠন দুই ধৰণেৰে চলাইছিল। প্ৰথমটো আছিল ভূমি আৰু প্ৰাকৃতিক সম্পদ—জাতীয় সম্পদৰ পুনৰুৎপাদন কৰিব নোৱাৰা অংশ—গ্ৰাস কৰা। সাম্ৰাজ্যবাদীবোৰে কেঁচামালৰ সঞ্চয়াগাৰনি বিশেষ ব্যগ্ৰতাৰে গ্ৰাস কৰে। ১৪নং তালিকা বিবেচনা কৰক।

১৪নং তালিকা

## অনুন্নত দেশবোৰৰ খনিজ ভাণ্ডাৰ নিয়ন্ত্ৰণত এমেৰিক'ন, বৃটিছ, আৰু ফৰাচী মূলধনৰ অংশ

| কেঁচামাল | বছৰ | কেঁচা মালৰ সঞ্চয় | নিয়ন্ত্ৰণ অধিকাৰ কৰা ভাগ | | | |
|---|---|---|---|---|---|---|
| | | | এমেৰিকা | বৃটেন | ফ্ৰান্স | মুঠ |
| তেল | ১৯৫৩ | ১০,৭৩৯ নিঃ টন | ৪[illegible]·৬ | ২১·৯ | ৫·৯ | ৭৩·৪ |
| আকৰিক লো | ১৯৫০-৫২ | ৬৭,৫৭৫ ,, | ২৩·৯ | ৬৫·৬ | ১·২ | ৯০·৭ |
| ক্ৰমিয়াম আকৰ | ১৯৫১ | ৯৯ ,, | ১৫·৪ | ৭৪·৫ | ০·৩ | ৯০·২ |
| নিকেল | ১৯৫১ | ৩২ ,, | ৭৯·৮ | ০·৮ | ৬·৯ | ৮৭·৫ |
| মলিবডেনাম | ১৯৫০ | ৮ হাঃ টন | ৪৮·৭ | — | ৫১·৩ | ১০০·০ |
| তাম | ১৯৫২ | ১৭২ ,, | ৫৭·৭ | ২১·৫ | ০·১ | ৮২·৯ |

এই তালিকাৰ সম্বন্ধে মন্তব্য নিষ্প্ৰয়োজন। কিন্তু ইয়াৰ লগতে আৰু বহুতো আন সংখ্যা যোগ দিব পৰা যায়—যেনে, ঔপনিবেশিকতাবাদৰ [illegible] সময়ত [illegible] শতকৰা ৫৬ ভাগ, মেঙ্গানিজ আকৰৰ শতকৰা ৬ ভাগ, ভেনাডিয়ামৰ শতকৰা ১০০ ভাগ, সীহৰ শতকৰা [illegible] ভাগ, দস্তাৰ শতকৰা ৮৯ ভাগ, টিনৰ শতকৰা ৫১ ভাগ, [illegible] শতকৰা ১০০ ভাগ [illegible] ভিনিখন [illegible] আছিল।

[illegible], **উপনিবেশবোৰে পৃথিবীৰ পুঁজিবাদৰ কেন্দ্ৰস্থলবোৰক কেঁচা-মাল আৰু খাদ্যবস্তুৰ যোগান ধৰি আহিছিল আৰু এনেদৰেই সিহঁতৰ অৰ্থনৈতিকভাৱে অগ্ৰসৰ দেশলৈ বিকাশ ত্বৰান্বিত কৰিছিল।**

দ্বিতীয়, কুলীন গোষ্ঠীৰ বাবে উপনিবেশবোৰ এনে এক সময়ত কেঁচা-মালৰ নিৰ্ভৰযোগ্য উৎস আছিল, যি সময়ত সাংশ্লেষিক বস্তু নাছিল, আৰু যেতিয়া উৎপাদনৰ সম্প্ৰসাৰণ, মূলধনৰ গচ্ছিতকৰণ, বৃহৎ-পুঁজিপতিবোৰৰ শক্তি বৃদ্ধি নিৰ্ভৰ কৰিছিল উপনিবেশৰ কেঁচামালৰ সঞ্চয়ৰ ওপৰত।

উপনিবেশ আৰু তাঁবেদাৰ দেশবোৰক লুণ্ঠন কৰাৰ আন এটা উপায় আছিল

পদানত জনসাধাৰণৰ শ্ৰমৰ বাৰ্ষিক উৎপন্নৰ এক অংশ নিয়মিতভাৱে গ্ৰাস কৰা। এই আয় কৰা হৈছিল ৰপ্তানীকৃত মূলধনৰ ওপৰত অতিৰিক্ত লাভৰ আকাৰত, ভাৰসাম্যহীন বিনিময়, সাগৰীয় আৰু অন্যান্য আন্তৰ্জাতিক যান-বাহনৰ মাচুল একচেটিয়া দাম, বীমা, মুদ্ৰা আৰু আন আন বিত্তীয় কাম আৰু সৰ্বোশেষত ঔপনিবেশিক চৰকাৰৰ বিভাগবোৰ ৰক্ষণৰ বাবে সংগ্ৰহ কৰা কৰ আৰু অন্যান্য মাচুল আদায়ৰ জৰিয়তে।

১৮৮১ৰ সময়তে মাৰ্ক্সে জোৰ দি কৈছিল যে খাজানা, লভ্যাংশ, বিষয়াবোৰক দিয়া পেঞ্চন, ভাৰতৰ বাহিৰত হোৱা যুদ্ধৰ বাবে খৰচ আদিৰ আকাৰত ভাৰতবৰ্ষই বৃটেনক দিয়া কৰৰ পৰিমাণ ৬০ নিযুত ভাৰতীয় কৃষি আৰু শিল্প শ্ৰমিকৰ আয়ৰ মুঠ পৰিমাণক চেৰাই গৈছিল। সেই সময়ত এই ৬০ নিযুত দেশৰ জনসংখ্যাৰ প্ৰায় এক চতুৰ্থাংশ আছিল। বৃটিছ ঔপনিবেশিকতাবাদী-বোৰে যদি ভাৰতৰ আয়ৰ এক চতুৰ্থাংশ আত্মসাৎ নকৰিলেহেঁতেন আৰু সেইখিনি যদি ভাৰতীয় অৰ্থনীতিত চালিব পৰা হ'লহেঁতেন, ভাৰতখন এতিয়া বহুতো অগ্ৰসৰ দেশবোৰৰ এখনত পৰিণত হ'লহেঁতেন।

ঔপনিবেশিকতাই একচেটিয়া পুঁজিৰ বাবে অকল যে অৰ্থনৈতিক সুবিধাহে আনিলে এনে নহয়। এমুঠি সাম্ৰাজ্যবাদী দেশৰ মাজত পৃথিৱীক ভগাভগি কৰাৰ ফলত, বিত্তীয় কুলীন গোষ্ঠীয়ে সমগ্ৰ মানৱজাতিৰ ওপৰত সামৰিক ক্ষমতা লাভ কৰিলে।

অভাৱনীয় পৰিমাণে লাভ বৃদ্ধি কৰি ঔপনিবেশিক ব্যৱস্থাই শ্ৰমিক শ্ৰেণীৰ ওপৰখাপৰ অংশ এটাক উৎকোচ দিবলৈ একচেটিয়াবোৰক সক্ষম কৰিলে, প্ৰধান পুঁজিবাদী দেশবোৰত শ্ৰমজীৱী মানুহৰ মাজত এক জাত্যাভিমানৰ আদৰ্শ প্ৰচাৰ কৰাত সহায় কৰিলে আৰু এইভাৱেই এই দেশবোৰত সমাজতন্ত্ৰৰ কাৰণে সংগ্ৰাম কঠিনতৰ কৰিলে।

পদানত জাতিসমূহৰ ভাগ্যৰ ওপৰত ঔপনিবেশিক ব্যৱস্থাই অনিষ্টকাৰী ফল সৃষ্টি কৰিছে। কি পৰিমাণ ক্ষতি সাধন হৈছে সেইকথা প্ৰধান ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক পৰিণামবোৰ বিশ্লেষণ কৰিলে পৰিষ্কাৰ হ'ব।

কোনো এক সমাজব্যৱস্থা কি পৰিমাণ স্থায়ী আৰু প্ৰগতিশীল সি নিৰ্ধাৰিত হয় সমাজৰ উৎপাদিকা শক্তিসমূহৰ বিকাশ কৰিবলৈ থকা তাৰ ক্ষমতাৰ দ্বাৰা।

একচেটিয়া পুঁজিবাদৰ বিকাশৰ বাস্তৱানুগ নিয়ম অনুসৰি কেৱল প্ৰধান পুঁজিবাদী দেশবোৰত অৰ্থনৈতিক বিকাশ যি গতিত আগবাঢ়িব পাৰিলেহেতেন সেই গতিত যে আগবঢ়া নাই সিয়েই নহয়, বৰং উপনিবেশ আৰু আশ্ৰয়াধীন দেশবোৰতো অৰ্থনৈতিক বিকাশ বিৰাটভাৱে ক্ষতিগ্ৰস্ত কৰা হয়। এই বাস্তৱানুগ কাৰণসমূহৰ ক্ৰিয়া সাম্ৰাজ্যবাদী আধিপত্যৰ যুগত ঔপনিবেশিক দেশবোৰৰ বিকাশৰ সামগ্ৰিক ফলাফলবোৰৰ দ্বাৰা ভালভাৱে প্ৰকাশিত হয়। উদাহৰণ স্বৰূপে, বৃটিছ আমোলত ভাৰতবৰ্ষৰ বাৰ্ষিক তীখা উৎপাদন ০·১ নিযুত টনৰপৰা ১ ৪ নিযুত টনলৈ বঢ়াবলৈ ত্ৰিশ বছৰ ( ১৯১৩-৪৩ ) প্ৰয়োজন হৈছিল। অথচ সেই একে পৰিমাণ বৃদ্ধি বৃটেনতেই ঠিক তেৰ বছৰত ( ১৮৬৮-৮১ ) লাভ কৰা হৈছিল। ভাৰতবৰ্ষক তাৰ কয়লা উৎপাদন ১৬·৫ৰ পৰা ৩০·২ নিযুত টনলৈ বঢ়াবলৈ এই শতিকৰ তিনভাগৰ এভাগ সময় ( ১৯১৩-৪৬ ) লগা হৈছিল। আমেৰিকা যুক্তৰাষ্ট্ৰই এই বৃদ্ধি অৰ্জন কৰিছিল ন বছৰতকৈ কম সময়ত ( ১৮৬২-৭০ ) আৰু জাৰ্মানীয়েও সিমান সময়েই লৈছিল ( ১৮৬৩-৭২ )।

যদি জনসংখ্যাৰ পৰিমাণত পাৰ্থক্যৰ কথা হিচাপত ধৰা হয়, তেনেহ'লে অৰ্থনৈতিক বিকাশৰ ধাৰা বৃটেন বা জাৰ্মানীৰ তুলনাত ভাৰতবৰ্ষত ২০ৰপৰা ৩০ গুণ বেছি মন্থৰ আছিল। এইটো আচৰিত কথা নহয় যে যেতিয়া ঔপনিবেশিক ব্যৱস্থা ভাগি পৰিবলৈ ধৰিলে, তেতিয়া সমগ্ৰ পুঁজিবাদী পৃথিবীৰ শিল্প উৎপাদনৰ মাত্ৰ শতকৰা ৫ ভাগহে ঔপনিবেশিক আৰু তাঁবেদাৰ ৰাষ্ট্ৰবোৰৰ পৰা আহিছিল। অথচ এইবোৰৰ জনসংখ্যা আছিল পৃথিবীৰ জনসংখ্যাৰ দুই তৃতীয়াংশ। আৰু মূলধনী সামগ্ৰী তৈয়াৰ কৰা কোনো শিল্পই আচলতে এইবোৰ দেশত নাছিল।

যেহেতু সাম্ৰাজ্যবাদৰ যুগত সামাজিক সম্পৰ্কবোৰে উৎপাদিকা শক্তিসমূহৰ বিকাশ শৃঙ্খলিত কৰে, সেইহেতু সামাজিক বিপ্লৱৰ সময় অৱশ্যম্ভাৱী। সমাজতান্ত্ৰিক ব্যৱস্থাৰ উদ্ভৱ আৰু জাতীয় মুক্তি বিপ্লৱৰ কোবাল অগ্ৰগতিৰ ঐতিহাসিক দৃষ্টান্তই এই কথা প্ৰমাণ কৰে যে পুৰণা, প্ৰতিক্ৰিয়াশীল উৎপাদন সম্পৰ্কক উৎপাদিকা শক্তিসমূহৰ বিকাশৰ পূৰ্ণ সুযোগ দিবলৈ নতুন আৰু প্ৰগতিশীল সম্পৰ্কৰ দ্বাৰা অপসাৰণ কৰা অতি প্ৰয়োজন আৰু যুক্তিসঙ্গত।

এটা সামাজিক ব্যৱস্থাই উৎপাদিকা শক্তিসমূহৰ বিকাশ ধৰি ৰাখে এই

কথাৰেই অৰ্থ হ'ল জনসাধাৰণৰ বাবে সীমাহীন দুৰ্গতি। উদাহৰণ স্বৰূপে, ভাৰতবৰ্ষক ধৰা হওক। ১৯১১ আৰু ১৯৪১ এই ত্ৰিশ বছৰৰ ভিতৰত ইয়াৰ জনসংখ্যা বৃদ্ধি হ'ল ৮৫ নিযুত। সেই সময়ত কুটিৰশিল্পী আৰু কাৰিকৰবিলাকক ধৰি শিল্পত নিয়োজিত মানুহৰ সংখ্যা নাবাঢ়িল আৰু নিয়োজিত হ'ব পৰা মানুহৰ বৃদ্ধিক সামৰিব পৰা নহ'ল; দৰাচলতে সি ১'১ নিযুত কমিলহে। কাৰখানা শ্ৰমিকৰ সংখ্যা যি পৰিমাণ বাঢ়িল তাতকৈ বেছি বেগেৰে কুটিৰশিল্প আৰু কাৰিকৰৰ সংখ্যা কমিল। ভাৰতবৰ্ষৰ কৃষিৰ কথা ক'বলৈ গ'লে, আনকি আলোচ্য সময়ৰ আৰম্ভণিতে উদ্বৃত্ত শ্ৰমিক আৰু মাটিৰ অভাৱ এই দুয়োটা সমস্যাত সি জৰ্জৰিত আছিল। ফলত, বৰ্ধিত জনসংখ্যাৰ গোটেইখিনিয়ে 'উদ্বৃত্ত' আছিল আৰু কৰ্মহীনতাৰ অভিশাপত অভিশপ্ত হৈছিল। ৮৫ নিযুত অতিৰিক্ত মানুহৰ জন্মৰপৰা কোনো কৰ্মসংস্থানৰ সম্ভাৱনা নাছিল। সেইবিলাকৰ আগমনে তেওঁলোকৰ আগতে জন্মলাভ কৰা সকলৰ দুখ আৰু দাৰিদ্ৰ্য বেছি কৰিলে।

ভাৰতবৰ্ষত দুশবছৰীয়া বৃটিছ শাসনৰ সমাপ্তিত, বৃটিছ ৰাজমুকুটৰ সেই "ৰত্ন"ৰ তিনি চতুৰ্থাংশ মানুহ পুষ্টিৰ অভাৱৰপৰা ভুগিব লগা হৈছিল, জনসংখ্যাৰ শতকৰা ৮৮ ভাগ আছিল নিৰক্ষৰ, শতকৰা ৬৫ ভাগ ৩০ বছৰৰ আগেয়ে মৰিছিল আৰু লাখ লাখ মৰিছিল অনাহাৰত, এই বিপৰ্যয়বোৰৰ কাৰণে জগৰীয়া হ'ল ঔপনিবেশিকতাবাদৰ অৰ্থনৈতিক ব্যৱস্থা।

ঔপনিবেশিকতাৰ অৱধাৰিত পৰিণতি হ'ল নিপীড়িত দেশসমূহৰ জনসাধাৰণৰ অজ্ঞতা আৰু অধিকাৰবঞ্চিত হোৱা। ৰাষ্ট্ৰসঙ্ঘই যোগোৱা খবৰ মতে আনকি ৫০ৰ বছৰবোৰৰ আদিত জনসংখ্যাৰ প্ৰতি শত নিৰক্ষৰ মানুহৰ সংখ্যা "বৃটিছ" চোমালিলেণ্ডত, আৰু মোজাম্বিকত আছিল ৯৯ জন, আৰু চেনিগল, মৰক্কো, টাঙ্গানিকা, "ফৰাচী" টোগোলেণ্ড, "বৃটিছ" টোগোলেণ্ড আৰু আন আন দেশত স্কুলৰ বয়সৰ সকলো লৰা-ছোৱালীৰ এক পঞ্চমাংশতকৈও কমে স্কুললৈ যাব পাৰিছিল।

তাৰ বাহিৰেও, এই কথা উল্লেখ কৰিব লাগিব যে বেছিৰ ভাগ ল'ৰা-ছোৱালীয়েই এবছৰ বা দুবছৰহে স্কুললৈ যায়। ইয়াৰ ফলস্বৰূপে আচল অৰ্থত এইবোৰো নিৰক্ষৰ হৈ থাকে।

"বেলজিয়ান" কঙ্গোৰ স্বাধীনতা ঘোষণাৰ সময়ত ১৪ নিযুত জনসংখ্যাৰ

ভিতৰত মাত্ৰ ২১ জনে উচ্চ শিক্ষা লাভ কৰিছিল। ১৭০০ খ্ৰীঃত পৰ্তুগালে দখল কৰা মোজাম্বিকৰ ৬ নিযুত অধিবাসীৰ ভিতৰত পৰ্তুগীজ শাসনৰ ২৬৭ বছৰৰ ভিতৰত মাত্ৰ ৩ জন আফ্ৰিকীয়ই উচ্চশিক্ষা লাভ কৰিছিল—আৰু সিও এই কাৰণে সম্ভৱ হ'ল যে তেওঁ তেওঁৰ বৃত্তি লাভ কৰিছিল এক লটাৰীত!

শ শ বছৰ ঔপনিৱেশিক শাসনত নিৰক্ষৰতা দূৰ কৰিবলৈ কোনো চেষ্টাই কৰা হোৱা নাছিল কাৰণ পৰিষ্কাৰভাৱেই অজ্ঞ মানুহৰ শোষণ আৰু উৎপীড়ন কৰা বেছি সহজ। উপনিবেশবিলাকত শোচনীয় অজ্ঞতাৰ প্ৰাদুৰ্ভাৱৰ ইয়েই প্ৰকৃত কাৰণ। এতিয়া বহুত তৰুণ জাতীয় ৰাষ্ট্ৰৰ বৈপ্লৱিক গণতান্ত্ৰিক শাসনে সিবোৰৰ সৰহ সংখ্যক অধিবাসীৰ মাজৰ পৰা খুব কম সময়ৰ ভিতৰতে নিৰক্ষৰতা দূৰ কৰিবলৈ ব্যৱস্থা কৰিব পৰাটোৱে এই সত্যক আৰু স্পষ্ট কৰি তুলিছে।

পুঁজিবাদী দেশবোৰৰ পৰিসংখ্যানৰ ওপৰত ভিত্তি কৰি কৰা ১৫ নং তালিকাই পাঠকক ঔপনিবেশিক আধিপত্যৰ সামাজিক পৰিণামৰ এটা ধাৰণা দিব।

১৫ নং তালিকাৰ পৰা দেখা যায় '৫০ ৰ বছৰবোৰৰ মাজভাগমানত অনুন্নত দেশবোৰত পুঁজিবাদী দেশবোৰৰ জনসংখ্যাৰ তিনি-পঞ্চমাংশ আছিল। এই দেশবোৰৰ জনগণৰ বাৰ্ষিক আয় আছিল অগ্ৰসৰ সাম্ৰাজ্যবাদী দেশবোৰৰ জনসংখ্যাৰ আয়ৰ মাত্ৰ তেৰ ভাগৰ এক অংশ; জনমূৰি খাদ্যৰ ভোগ প্ৰয়োজনীয় ৩,০০০ কেলৰিতকৈ শতকৰা ৪০ ভাগ কম। ডাক্তৰৰ সংখ্যা সাম্ৰাজ্যবাদী দেশবোৰৰ পাৰ ভাগৰ এভাগ। গতিকে এই কথা গুলাই আছে কিয় ঔপনিৱেশিক আৰু আশ্ৰয়াধীন দেশসমূহত জীৱনৰ আশা প্ৰধান পুঁজিবাদী দেশবোৰৰ মাত্ৰ আধা।

ঔপনিৱেশিক ব্যৱস্থাই উপনিৱেশৰ জনসাধাৰণৰ কাৰণেই কেৱল নহয়, লগে লগে সমগ্ৰ মানবজাতিৰ কাৰণেও বিৰাট দুৰ্দশা মাতি আনিছে। কোটি কোটি মানুহক মৃত্যুৰ বুকুলৈ ঠেলি দিয়া দুখন মহাসমৰৰ গুৰিৰ কাৰণ উপনিৱেশ আৰু প্ৰভাৱিত অঞ্চলৰ কাৰণে খোৱা-কামোৰা। সাম্ৰজ্যবাদৰ অৱস্থিতিয়েই পৃথিবীত শান্তিপূৰ্ণ জীৱনৰ কাৰণে এক বিপদ।

জাতীয় মুক্তি বিপ্লৱৰ বিকাশ আৰু ঔপনিবেশিক ব্যৱস্থাৰ পতনৰ পাছত বহুতখিনি পৰিৱৰ্তন হৈছে। এই কাৰণেই, সাম্ৰাজ্যবাদৰ আদৰ্শবাহকবোৰে

ঔপনিৱেশিক ব্যৱস্থাৰ পতনৰ লগে লগে ঔপনিৱেশিকতাবাদৰেই মৃত্যু এই ভাবটো দোহাৰি থাকে। কিন্তু এই কথা সত্য নহয়, যেহেতু নিষ্ঠুৰ, দেশ

১৫ নং তালিকা

## বিকাশৰ বিভিন্ন স্তৰত থকা পুঁজিবাদী দেশবোৰৰ জীৱনধাৰণৰ অৱস্থা

( ১৯৫২—৫৬ ।

| | অগ্ৰসৰ দেশসমূহ | তুলনামূলকভাৱে অগ্ৰসৰ দেশসমূহ | অনুন্নত দেশসমূহ |
|---|---|---|---|
| পৃথিবীৰ জনসংখ্যাৰ অংশ | ০'১ | ০'১ | ০'৬ |
| জনমূৰি বাৰ্ষিক আয় | ৮০০ ডলাৰ | ৩৬০ ডলাৰ | ৬০ ডলাৰ |
| খাদ্য গ্ৰহণ ; | | | |
| দৈনিক কেলৰিৰ পৰিমাণ | ৩,১৪০ | ২,১৯০ | ১৮৪০ |
| সাক্ষৰতা, শতকৰা | ৯৮'৫ | ৪৯'৮ | ১৩'৫ |
| প্ৰতি ১০০ হাজাৰ জনত | | | |
| ডাক্তৰৰ সংখ্যা | ১০২ | ৩০ | ৮ |
| আয়ুস, বছৰহিচাপে ( চহৰবোৰত ) | ৬৫ | ৫২ | ৩৫ |

দেশ ঔপনিৱেশিকতাবাদৰ ঠাই নব্য-ঔপনিৱেশিকতাবাদে লৈছে মাত্ৰ। পাছৰ অধ্যায়ত আমি ইয়াৰ আলোচনা কৰিম।

# নব্য-ঔপনিবেশিকতাবাদ

দ্বিতীয় মহাসমৰৰ পাছৰ সময়ছোৱা পুৰণা ঔপনিবেশিক ব্যৱস্থা ভাগি পৰাৰ যুগ। উপনিবেশ আৰু অৰ্ধ-উপনিবেশবোৰৰ ডেৰ হাজাৰ নিযুতৰো অধিক মানুহে নিজকে ঔপনিবেশিকতাবাদৰ কবলৰ পৰা মুক্ত কৰিছে আৰু এছিয়া আৰু আফ্ৰিকাৰ পুৰণি ঔপনিবেশিক সাম্ৰাজ্যৰ ধ্বংসস্তূপৰ ওপৰত ৮০ খনৰো বেছি নতুন সাৰ্বভৌম ৰাষ্ট্ৰই জন্মলাভ কৰিছে।

উপনিবেশবোৰৰ মেহনতী মানুহৰ বাবে ঔপনিবেশিক শাসনৰ অৱলুপ্তিৰ অৰ্থ হ'ল বিদেশী আক্ৰমণকাৰীবোৰৰ দ্বাৰা দেশ দেশ, জাতীয় আৰু জাতিগত উৎপীড়নৰ অৱসান।

আগতে উৎপীড়িত হোৱা জাতিসমূহে ৰাজনৈতিক স্বাধীনতা অৰ্জন কৰাৰ লগে লগে সিবোৰ আন্তৰ্জাতিক ৰাজনীতিৰ বিষয়বস্তু হোৱাৰ পৰা তাৰ এক প্ৰধান শক্তিলৈ পৰিবৰ্তিত হ'ল।

ঔপনিবেশিক শাসনৰ অৱসানে সাম্ৰাজ্যবাদৰ কাৰণে পুৰণি পদ্ধতিৰ দ্বাৰা আন জাতিসমূহক ক্ষতিগ্ৰস্ত কৰি তাৰ দ্বন্দ্ব সমাধান কৰাৰ ক্ষমতা বৃহৎ পৰিমাণে সীমাবদ্ধ কৰিছে। সাম্ৰাজ্যবাদীবোৰে আন আন জাতিসমূহক শোষণ কৰিবলৈ নতুন পন্থা বিচাৰিব লগা হৈছে।

বিদেশী শাসনৰ অৱসান আৰু জাতীয় ৰাষ্ট্ৰৰ স্থাপন—জনসাধাৰণৰ এই ৰাজনৈতিক আৰ্জনৰ গুৰুত্ব বেছিকৈ দেখিব নোৱাৰি, যদিও এই আৰ্জনবোৰে সাম্ৰাজ্যবাদৰ পৰা পূৰ্ণ ৰাজনৈতিক মুক্তি সূচায়। এই কথা পৰিষ্কাৰ কৰিবলৈ ঔপনিবেশিক ব্যৱস্থাৰ মূলগত প্ৰকৃতি সম্পৰ্কে কিছু কোৱা প্ৰয়োজন।

**সাম্ৰাজ্যবাদৰ ঔপনিবেশিক ব্যৱস্থা এক জাতীয়, জাতিগত আদৰ্শ-গত, ৰাজনৈতিক, আইনগত, বিত্তীয়-অৰ্থনৈতিক আৰু আন আন সামাজিক সম্পৰ্কৰ ব্যৱস্থা। আৰু এই সম্পৰ্কবোৰ অগ্ৰসৰ দেশবোৰৰ বিত্তীয় কুলীন গোষ্ঠীৰ দ্বাৰা শোষণৰ উদ্দেশ্যেৰে কম উন্নত দেশ-বোৰৰ জনসাধাৰণৰ ওপৰত জাপিদিয়া আধিপত্যৰ ভেটিত প্ৰতিষ্ঠিত।**

ঔপনিৱেশিকতাবাদৰ সম্পূৰ্ণ বিকাশ, অৰ্থনৈতিক সম্পৰ্কবোৰকো ধৰি এই সকলোবোৰ সম্পৰ্ক ধ্বংস কৰাৰ লগত জড়িত। এই কাৰণবোৰৰ এটাৰো উপস্থিতিয়ে নতুন আৰু অনিষ্টকাৰী ঘটনাৰ বিকাশলৈ পথ কৰি দিব পাৰে। ...ভঙ্গতাই দেখুৱায় যে পুৰণা সম্পৰ্কবোৰৰ বিনাশ তৎক্ষণাতে হ'ব নোৱাৰে। ... বিপ্লৱী ধাৰা আৰু কিছুমান ·বাস্তৱ নিয়মৰ অধীন। তাৰ কিছুমান ... লোচনা কৰা যাওক।

প্ৰথমতঃ, জাতীয় মুক্তি ঔপনিবেশিকবোৰৰ ৰাজনৈতিক ক্ষমতা চৰমাৰ ...ৰ লগে লগে অৱধাৰিতভাৱে আৰম্ভ হয়। জনসাধাৰণে যেতিয়া ৰাষ্ট্ৰশক্তি ...ৰ হাতলৈ আনে, তেতিয়াহে ইয়াক অৰ্থনৈতিক, ৰাজনৈতিক, আইনগত, ...দৰ্শগত, সামৰিক আৰু সাম্ৰাজ্যবাদৰ ওচৰত আন যিকোনো নিৰ্ভৰশীলতাৰ ...সম্পূৰ্ণ ছিন্নিবৰ বাবে ব্যৱহাৰ কৰিব পৰা যায়।

দ্বিতীয়তঃ, নৱলব্ধ ৰাষ্ট্ৰীয় সাৰ্বভৌমত্ব সৃষ্টিৰ আৰু পৰ্যাপ্ত নোৱাৰে যদিহে ই বৈদেশিক ঔপনিৱেশিক আধিপত্যৰ পুৰণা সম্পৰ্কবোৰৰ সকলো দিশ আৰু ...শেষকৈ সাম্ৰাজ্যবাদৰ ওপৰত অৰ্থনৈতিক নিৰ্ভৰতা সম্পূৰ্ণ ... নোৱাৰে। ৰাষ্ট্ৰীয় সাৰ্বভৌমত্ব অৰ্জন স্বাধীনতাৰ বাবে প্ৰথম খোজহে ... অৰ্থনৈতিক বিত্তীয়, ৰাজনৈতিক, সামৰিক বা নিৰ্ভৰতাৰ আন ৰূপবোৰ বৰ্তলে ৰাষ্ট্ৰীয় সাৰ্বভৌমত্বক প্ৰকৃত তাৎপৰ্যবৰ্জিত এক আইনানুগ প্ৰহসনত মাত্ৰ পৰিণত কৰিব পাৰে যেহেতু ই দেশখনৰ সাম্ৰাজ্যবাদৰ ওচৰত প্ৰকৃত অধীনতা আৰু বিদেশী মূলধনৰ দ্বাৰা শোষণ দূৰ নকৰে আৰু জনসাধাৰণৰ দাৰিদ্ৰ্যও শেষ নকৰে।

তৃতীয়তঃ, সাম্ৰাজ্যবাদীবোৰে উপনিৱেশবোৰৰ ওপৰত দেশ দেশ ৰাষ্ট্ৰীয় ক্ষমতা হেৰুৱালে, নব্য-ঔপনিৱেশিকতাবাদৰ আশ্ৰয় লয়। অৰ্থাৎ নব্য-স্বাধীন দেশবোৰক পুঁজিবাদী অৰ্থনীতিৰ লগত দৃঢ়ভাৱে সংযুক্ত কৰি দাসত্বৰ গোপন পদ্ধতি গঢ়ি তোলে।

সচৰাচৰতে এনে হয় যে এখন দেশে ঔপনিৱেশিক আধিপত্যৰ কিছুমান সম্পৰ্ক, যেনে, বৈদেশিক ৰাষ্ট্ৰীয় শাসন, নিশ্চিহ্ন কৰে, আৰু লগে লগে সামৰিক চুক্তি বা অৰ্থনৈতিক গোষ্ঠীত অংশগ্ৰহণৰ নিচিনা একে ধৰণৰ আন কিছুমান সম্পৰ্কৰ দ্বাৰা নিজকে বান্ধি পেলায়।

পুৰণা ঔপনিবেশিকতা আৰু নব্য-ঔপনিবেশিকতাবাদৰ মাজত প্ৰধান পাৰ্থক্য এয়ে যে অৰ্থনৈতিকভাৱে অনগ্ৰসৰ দেশবোৰক খোলাখুলিভাৱে পদানত কৰাৰ পৰিবৰ্তে গোপন দাসত্ব বন্ধনৰ পদ্ধতি লৱলৈ বাগৰ সলোৱা। নব্য ঔপনিবেশিকতাবাদৰ প্ৰধান কৌশল হ'ল ৰাজনৈতিক স্বাধীনতা আৰু অৰ্থনৈতিক প্ৰগতিৰ কাৰণে সংগ্ৰাম কৰা জনসাধাৰণক মুকলিভাৱে বিৰোধিতা নকৰাকৈ প্ৰকৃত সাম্ৰাজ্যবাদী আধিপত্য বজায় ৰখা।

পুৰণা ঔপনিৱেশিকতাবাদ আৰু নতুন ঔপনিৱেশিকতাবাদৰ মাজত পোনপটীয়া বিৰামহীনতা আছে। একপক্ষে, নব্য-ঔপনিৱেশিকতাবাদে অনগ্ৰসৰ দেশবোৰক পদানত কৰি ৰখা আৰু শোষণ কৰাৰ সকলো পুৰণা অৰ্থনৈতিক হাথিয়াৰ অৱলম্বন কৰিছে, কেৱল তাৰ কিছুমান দিশ সামান্য পৰিবৰ্তন কৰিছে। ঔপনিৱেশিকতাৰ ভিন ভিন দিশবোৰ সবিস্তাৰে আলোচনা কৰা হওক।

# নব্য-ঔপনিবেশিকতাবাদৰ অৰ্থনৈতিক হাথিয়াৰ

ধৰিলোৱা হওক যে আধুনিক ঔপনিবেশিকতাবাদীবোৰৰ হাতত কোনো সমাজবিজ্ঞানী, কূটনীতিবিদ, বা সশস্ত্ৰবাহিনী নাই। ই ঔপনিবেশিকতাবাদ অসম্ভৱ বা অন্ততঃ নিৰস্ত্ৰ কৰিবনে? মুঠেই নকৰে। বৰ্তমানে বিত্তীয় পুঁজিৰ অৰ্থনৈতিক হাথিয়াৰে কূটনৈতিক প্ৰবঞ্চনা আৰু সশস্ত্ৰ বিজয়ৰ ঠাই খুব সফলভাৱে লৈছে আৰু সি দুৰ্বলৰ ওপৰত সবলৰ আধিপত্য শক্তিশালী কৰা আৰু তাৰ বলিবোৰক শোষণ কৰাৰ কামত ধীৰ-স্থিৰভাৱে আগবাঢ়িছে।

অনগ্ৰসৰ দেশবোৰক কৰা সাম্ৰাজ্যবাদৰ শোষণে সিবোৰক মূলধন গঠনৰ মূল উৎসৰপৰা বঞ্চিত কৰিছে আৰু সিবোৰৰ অৰ্থনৈতিক বিকাশত বাধা দিছে। প্ৰধান পুঁজিবাদী দেশবোৰত ক্ষিপ্ৰ উৎপাদনৰ বিকাশ আৰু আশ্ৰয়াধীন দেশবোৰত মন্থৰ গতিৰে বৃদ্ধিৰ হাৰ আৰু তাৰ ফলস্বৰূপে চিৰস্থায়ী পশ্চাৎপদতাৰ ব্যৱস্থা কৰি অৰ্থনৈতিক হাথিয়াৰে এই কাম কৰে।

সাম্ৰাজ্যবাদী একচেটিয়াবোৰে যোগান ধৰা বস্তুবোৰে আগবঢ়োৱা প্ৰতিযোগিতা নতুনকৈ স্বাধীন হোৱা দেশবোৰত জাতীয় উৎপাদিকা শক্তিসমূহৰ বিকাশত এক বাধা। এই কথা সৰ্বজনবিদিত যে বৃটেনত কলৰ তাঁতশাল আৰু সূতা-কটা যন্ত্ৰ আবিষ্কাৰৰ পৰিণতি হ'ল ভাৰতবৰ্ষত হাজাৰ হাজাৰ তাঁতীৰ মৃত্যু যিবোৰে যন্ত্ৰৰ উৎপাদনৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰিলে। কাৰিকৰীভাৱে অগ্ৰসৰ কাৰখানা আদিৰে সজ্জিত হোৱাৰ হেতুকে আধুনিক একচেটিয়াবোৰৰ প্ৰতিযোগিতাই নব্য স্বাধীন দেশবোৰৰ শিল্পক আৰু বেছি পৰিমাণে টেঁটু চেপি ধৰে। বিদেশী একচেটিয়াবোৰৰ দ্বাৰা জাতীয় উৎপাদনৰ শ্বাসৰোধ কৰা কাৰ্য পুঁজিবাদী বাণিজ্য আৰু প্ৰতিযোগিতাৰ "স্বাধীনতা" নীতিৰ লগত পূৰ্ণ সঙ্গতি ৰাখি এক "স্বাভাৱিক ধাৰা" হিচাপে আগবাঢ়ে। দাসত্ব বন্ধনৰ "হাথিয়াৰৰ" ই দ্বিতীয় কাম।

প্ৰধান পুঁজিবাদী দেশবোৰ আৰু পৃথিবীৰ পুঁজিবাদী বজাৰৰ ওপৰত নিৰ্ভৰশীলতা অনগ্ৰসৰ দেশবোৰত কৃষিৰ বিকাশ বাধাপ্ৰাপ্ত হোৱা আৰু গাওঁ অঞ্চলত দাৰিদ্ৰ্য বৃদ্ধি হোৱাৰ এক গুৰুত্বপূৰ্ণ কাৰণ। যেতিয়ালৈকে কৃষকে ঘৰুৱা বজাৰৰ কাৰণে শ্ৰম কৰিছিল তেতিয়ালৈকে তেওঁলোকে নিজেই উৎপন্ন বস্তু বিক্ৰী কৰিছিল আৰু নিজেই সেইবোৰৰ মূল্য পাইছিল। বিদেশী সাম্ৰাজ্যবাদী বজাৰৰ কাৰণে বিশেষীকৃত উৎপাদনে উৎপাদনকাৰী আৰু ক্ৰেতাৰ মাজত পোনপটীয়া সংযোগ ছিন্ন কৰিলে। মধ্যস্থ কাৰ্যকাৰক কিছুমানৰ দ্বাৰা তেওঁলোকক বিচ্ছিন্ন কৰা হ'ল আৰু এইবোৰে উৎপন্ন বস্তুৰ বজাৰমূল্যৰ শতকৰা ৫০ ৰপৰা ৭৫ ভাগ আত্মসাৎ কৰিলে।

যি পৰ্যন্ত উপনিবেশ আৰু আশ্ৰয়াধীন দেশবোৰৰ কৃষকসকলে মূলতঃ নিজস্ব প্ৰয়োজন আৰু ঘৰুৱা বজাৰৰ কাৰণে উৎপাদন কৰিছিল, সেই পৰ্যন্ত অগ্ৰসৰ পুঁজিবাদী দেশবোৰক আঘাত কৰা অৰ্থনৈতিক সঙ্কটৰপৰা তেওঁলোক মুক্ত আছিল। সাম্ৰাজ্যবাদী বজাৰৰ কাৰণে উৎপাদন বঢ়াৰ লগে লগে উপনিবেশৰ কৃষকসকল ক্ৰমশঃ বেছি পৰিমাণে প্ৰধান পুঁজিবাদী দেশবোৰৰ অৰ্থনৈতিক সঙ্কটৰ আক্ৰমণৰ মুখত দুৰ্বল হৈ পৰিছিল।

এই সম্পূৰ্ণ অৰ্থ নৈতিক কাৰণবোৰৰ প্ৰভাৱ এনে হ'ল যে ঔপনিবেশিক কৃষকৰ অধিক অংশই উৎপাদনৰ প্ৰসাৰৰ বাবে মূলধন গঠন কৰিবলৈ, আধুনিক যন্ত্ৰ আৰু আহিলাপাতি কিনিবলৈ আৰু, উচ্চগুণসম্পন্ন বীজ, ভাল সঁচৰ গৰু-ম'হ কিনিবলৈ বা কৃষিৰ বৈজ্ঞানিক পদ্ধতি প্ৰয়োগ কৰিবলৈ অক্ষম হ'ল। ততোধিক কথা, যন্ত্ৰপাতি কিনিবলৈ তেওঁলোক যে অতিপাত দৰিদ্ৰ আছিল এয়ে নহয়, সেই কাম কৰাৰ কোনো যুক্তিও নাছিল যেহেতু মাটিৰ অভাৱ আছিল। আজিও নব্য-ঔপনিবেশিকতাবাদীবোৰে নতুনকৈ স্বাধীন হোৱা দেশবোৰৰপৰা কৃষিজাত বস্তু কিনি আছে আৰু আগৰদৰে অৰ্থনীতিৰ এই প্ৰাণস্বৰূপ খণ্ডত সিহঁতৰ শ্বাসৰোধকাৰী প্ৰভাৱ ৰক্ষা কৰিছে।

পুঁজিবাদৰ স্তৰত প্ৰথমে উপনীত হোৱা দেশবোৰত পুঁজিৰ গঠন সৰ্বহাৰা শ্ৰেণীৰ গঠনতকৈ ক্ষিপ্ৰতৰ গতিত আগবাঢ়িছিল আৰু ইয়েই পুঁজিবাদৰ প্ৰাথমিক স্তৰত জনশক্তিৰ অকুলনতাৰ সৃষ্টি কৰিছিল। অনগ্ৰসৰ দেশবোৰত এক পৃথক পৰিস্থিতি পৰিলক্ষিত হয়। ইয়াত ভাবা কৰিব পৰা শ্ৰমৰ পৰিমাণ পুঁজিবাদী

গচ্ছিতকৰণতকৈ বহুত বেছি বেগেৰে অগবাঢ়ে। কোটি কোটি সৰ্বনাশ হোৱা কৃষক ভেৰোণিয়া শ্ৰমিক হ'ব নোৱাৰে যেহেতু একচেটিয়া পুঁজিয়ে এই দেশবোৰৰ অৰ্থনৈতিক আৰু বিশেষকৈ উদ্যোগিক বিকাশ অৱৰুদ্ধ কৰি ৰাখিছে।

শিল্পৰ বিকাশ আৰু পৃথিবীৰ পুঁজিবাদী অৰ্থনীতিত অংশ গ্ৰহণে কুটিৰশিল্প আৰু কাৰিকৰৰ উৎপাদন সদায়েই ধ্বংস কৰিছে। উপনিবেশ আৰু আশ্ৰয়াধীন দেশবোৰত এই ধাৰাৰ বিশেষত্ব হ'ল এয়ে যে ইউৰোপীয় দেশবোৰৰ নিচিনাকৈ ই বৃহদায়তন জাতীয় শিল্প বিকাশৰ ফল নাছিল কিন্তু বিদেশী বস্তুৰ অনুপ্ৰৱেশৰ ফলহে আছিল।

কৃষি, শিল্প আৰু কুটিৰশিল্প উৎপাদনত অৰ্থনৈতিক দাসত্বৰ শক্তিশালী গাখিয়াৰে নব্য স্বাধীন দেশবোৰৰ সকলো শক্তি শুহি নিলে আৰু ফলস্বৰূপে, এই দেশবোৰে নিজস্ব প্ৰচেষ্টাত আধুনিক শিল্প গঢ়া আৰু বিকাশ কৰাত অক্ষম হ'ল।

বিদেশী একচেটিয়া পুঁজিৰ প্ৰকৃতিয়ে এই নতুন উন্নয়নমুখী দেশবোৰত প্ৰগতিশীল অৰ্থ নৈতিক বিকাশত হেঙাৰ দিয়ে।

এই কথা ভালকৈ বুজিব লাগিব যেহেতু নব্য ঔপনিবেশিকতাবাদৰ আদৰ্শ বাহকবোৰে, একচেটিয়াবোৰে এই দেশবোৰত কৰা মূলধন লগ্নীৰ "প্ৰগতিশীল কামৰ" প্ৰশস্তি গায়।

মাৰ্ক্সীয় অৰ্থনৈতিক তত্বই একজাতীয় ভিত্তি লৈ তলৰ পৰা বিকশিত পুঁজিবাদ—ক্ষুদ্ৰ পণ্য-উৎপাদন, সুদখোৰিতা, আৰু মহাজনী মূলধন—আৰু অগ্ৰসৰ দেশসমূহৰপৰা মূলধন ৰপ্তানি আৰু অনগ্ৰসৰ দেশবোৰৰ একচেটিয়া উদ্যোগ স্থাপনৰ জৰিয়তে বাহিৰৰপৰা জাপি দিয়া পুঁজিবাদক পৃথক হিচাপে দেখে।

ইউৰোপত যি পুঁজিবাদ গঢ়ি উঠিছিল তলৰপৰা এক জাতীয় ভিত্তিত, সি প্ৰথম আৰু প্ৰধানকৈ, উৎপাদন ক্ষেত্ৰক আৱৰি আছিল। শিল্পত লগ্নী কৰা মূলধনে ইয়াক নিয়ন্ত্ৰণ কৰিছিল আৰু ৰূপান্তৰিত কৰিছিল। বাহিৰৰপৰা জাপি দিয়া পুঁজিবাদে এই ঠাঁচ অনুসৰণ নকৰে। অনগ্ৰসৰ দেশবোৰলৈ প্ৰধান পুঁজিবাদী দেশবোৰৰপৰা সোঁত বলা মূলধন মূলতঃ উৎপাদনৰ ক্ষেত্ৰলৈ নাযায় কিন্তু সচৰাচৰতে তাক বাণিজ্য ঋণ, যান-বাহন, কৰ্জা আদি উৎপীড়নৰ ব্যৱস্থা অৰ্থযোগানৰ কামৰ কালে বোৱাই দিয়া হয়। উদাহৰণ স্বৰূপে, সাম্ৰাজ্যবাদৰ

যুগৰ আৰম্ভণিত, লেটিন এমেৰিকাত লগ্নীকৃত এমেৰিকান মূলধনৰ মাত্ৰ দুই পঞ্চমাংশ উৎপাদন ক্ষেত্ৰলৈ গৈছিল আৰু "ফৰাচী" পশ্চিম আফ্ৰিকাত লগ্নীকৃত ফৰাচী মূলধনৰ কোনো অংশই সেই ক্ষেত্ৰলৈ যোৱা নাছিল। এই মূলধন যাৰ প্ৰকৃতি আছিল সুদখোৰ, পোনপটীয়াভাৱে উৎপাদনৰ বিকাশত সহায়ক নহল। আৰু উন্নয়নমুখী দেশবোৰৰ অৰ্থ নৈতিক স্বাধীনতা নিশ্চিত কৰাত ইয়াৰ বৰঙণি আৰু কম। বিপৰীতে, ই পোনকোৱেই সেইবোৰৰ অৰ্থনীতি সাম্ৰাজ্যবাদৰ তলতীয়া কৰিলে, যেহেতু, ঋণ, যান-বাহন ব্যৱস্থা, বৈদেশিক আৰু আভ্যন্তৰীণ বাণিজ্য আদিৰ নিচিনা অৰ্থনীতিৰ মূলখণ্ডবোৰত চাবি-কাঠি বিদেশী একচেটিয়াবোৰৰ হাতত কেন্দ্ৰীভূত হৈছিল।

ৰপ্তানীকৃত মূলধন সঘনে বাহিৰৰ দেশবোৰত জাতীয় উদ্যোগবোৰ কিনাত ব্যৱহৃত হয় আৰু তাৰ পাছত ই কোনো নতুন উৎপাদিকা শক্তিৰ আৰু বিকাশ নকৰে কিন্তু জাতীয় মূলধনৰ হাতত থকা অৱস্থানবোৰ বিদেশী একচেটিয়াবোৰৰ দ্বাৰা দখল কৰা সহজসাধ্য কৰি তোলে।

অনগ্ৰসৰ দেশবোৰলৈ ৰপ্তানি কৰা মূলধনৰ অংশবিশেষ বৈষয়িক উৎপাদনৰ ক্ষেত্ৰলৈ নিশ্চয় যায়—একচেটিয়া মালিকানাৰ শিল্প বা কৃষি উদ্যোগ গঢ়াৰফালে। কিন্তু বাহিৰৰপৰা জাপি দিয়া পুঁজিবাদী উৎপাদনে বৰ্তমান জাতীয় পুঁজিবাদৰ সমানে উৎপাদিকাশক্তিসমূহৰ বিকাশ সাধন নকৰে।

এই আহিৰ পুঁজিবাদ ইউৰোপত উদ্ভৱ আৰু বিকশিত হ'ল প্ৰধানকৈ স্থানীয় বজাৰৰ প্ৰয়োজনৰ বাবে ক্ষুদ্ৰ পণ্য উৎপাদনৰপৰা। বাহিৰৰপৰা জাপি দিয়া পুঁজিবাদ স্থানীয়, জাতীয় বজাৰৰ ফল নহয় নাইবা ই উৎপাদনৰ বিকাশ আৰু জনসাধাৰণৰ ভোগ বৃদ্ধিৰ প্ৰয়োজনৰ পৰাও জন্মলাভ নকৰে। ইয়াৰ মূল লক্ষ্য হৈছে ঔপনিবেশিকতাবাদীবোৰৰ প্ৰয়োজন পূৰ কৰা আৰু মূল পুঁজিবাদী দেশবোৰত মূলধনৰ পুনৰুৎপাদন কৰা। সেই হেতুকেই বিদেশী একচেটিয়া মূলধন প্ৰধানকৈ খনি আৰু আকৰিক শিল্পলৈ বা কৃষিলৈ বোৱাই দিয়া হয়। এই মূলধনৰ এটা ক্ষুদ্ৰতম অংশ জাতীয় প্ৰয়োজন পূৰ কৰা শিল্পৰ বিকাশত লগোৱা হয়। ১৬নং তালিকাই এই কথা ফটফটীয়াকৈ দেখুৱাইছে।

এই কথা পৰিষ্কাৰ যে পোনপটীয়া ব্যক্তিগত লগ্নীৰ মুঠ সমষ্টিৰ মাত্ৰ এক-পঞ্চমাংশহে কাৰখানা শিল্পত লগোৱা হৈছিল ( ১২,৮৬৪ নিযুত ডলাৰৰ ভিতৰত

১৬নং তালিকা

## অনগ্ৰসৰ দেশবোৰত এমেৰিকাৰ ব্যক্তিগত পুঁজি লগ্নীৰ গাঁথনি

( নিযুত ডলাৰত )

| লগ্নীৰ ক্ষেত্ৰ | লেটিন এমেৰিকা | এছিয়া | আফ্ৰিকা | মুঠ |
|---|---|---|---|---|
| মুঠ লগ্নীৰ পৰিমাণ | | | | |
| তলৰবোৰত লগ্নী ধৰি : | ৮,৬৫৭ | ২,৭৮৪ | ১,৪২৩ | ১২,৮৬৪ |
| খনি আৰু আকৰিক শিল্প | ৪,১৮৭ | ১,৯৫৬ | ১,০৫২ | ৭,১৯৫ |
| কাৰখানা শিল্প | ২,১০৩ | ৪২০ | ১৭৬ | ২,৬৯৯ |
| বাজহুৱা ভোজনালয় প্ৰতিষ্ঠান | ৭১০ | ৩৮ | ৯ | ৭৫৭ |
| বাণিজ্য | ৮৮১ | ২০০ | ৮১ | ১,১৬২ |
| আন আন ক্ষেত্ৰ | ৭৭৬ | ১৭০ | ১০৫ | ১,০৫১ |

২,৬৯৯ নিযুত ডলাৰ ) আনহাতে লগ্নীৰ সৰহীয়া অংশ ( ১০, ১৬৫ নিযুত ডলাৰ ) আন আন অৰ্থ নৈতিক খণ্ডলৈ পৰিচালনা কৰা হৈছিল, আৰু প্ৰধানকৈ খনি আৰু আকৰিক শিল্পৰ ফালে পঠোৱা হৈছিল।

সেইটো বাদ দিও, ঔপনিবেশিকতাবাদীবোৰে স্থানীয় জনসাধাৰণক প্ৰধান পুঁজিবাদী দেশবোৰৰ প্ৰয়োজনীয় বস্তু উৎপাদনত ৰত হবলৈ বাধ্য কৰিছিল। ফলত প্ৰতিখন অনগ্ৰসৰ দেশেই এবিধ বা দুবিধ বস্তু উৎপাদনত বিশেষত্ব অৰ্জন কৰিছিল। পৰিণামত, **এই দেশবোৰত বৈষয়িক উৎপাদনৰ বিকাশ ঘৰুৱা স্বাৰ্থৰ ওপৰত আৰু অৰ্থ নৈতিক প্ৰগতিৰ প্ৰয়োজনৰ ওপৰত নিৰ্ভৰশীল নাছিল কিন্তু বিদেশী একচেটিয়া পুঁজিৰ প্ৰয়োজনৰ ওপৰত নিৰ্ভৰশীল আছিল।** এক খেতিৰ এখন দেশে স্বতন্ত্ৰভাৱে অৰ্থনীতিৰ এটা শাখাও আগবঢ়াব নোৱাৰে, আনকি সি যিটোত বিশেষত্ব অৰ্জন কৰিছে সেই শাখাকো নোৱাৰে, যেহেতু সি উৎপাদনৰ প্ৰয়োজনীয় আহিলাপাতি প্ৰস্তুত কৰিব নোৱাৰে। এক-পক্ষীয় বিশেষীকৰণে অৰ্থনীতিৰ এনে এক ঠাচৰ সৃষ্টি কৰে

যি স্বাধীন অর্থ নৈতিক বিকাশৰ পথৰোধ কৰে আৰু সাম্ৰাজ্যবাদী শক্তিবোৰৰ ওপৰত দেশখনৰ সম্পূৰ্ণ নিৰ্ভৰশীলতাৰ পৰিচায়ক হয়।

ততোধিক, এনে এখন দেশৰ দ্বাৰা পণ্য বিক্ৰী ঘৰুৱা বজাৰ আৰু তাৰ ক্ষমতাৰ ওপৰত নিৰ্ভৰ নকৰে। কিন্তু সি নিৰ্ভৰ কৰে সাম্ৰাজ্যবাদী দেশবোৰত সেই উৎপাদিত বস্তুৰ চাহিদাৰ ওপৰত। পৰিণাম স্বৰূপে, অনগ্ৰসৰ দেশবোৰত, য'ত পুঁজিবাদী বিকাশ প্ৰাথমিক স্তৰত আছে, উৎপাদনে মুমূৰ্ষ পুঁজিবাদী ব্যৱস্থাত অন্তৰ্নিহিত সঙ্কট আৰু মন্দাৰ দ্বাৰা আক্ৰান্ত হয়।

সাম্ৰাজ্যবাদী একচেটিয়াবোৰৰ কেৱল কিনাৰ পৰিমাণ ঠিৰাং কৰাই নহয়, কিন্তু পদানত দেশবোৰে বিশেষভাৱে উৎপাদন কৰা বস্তুবোৰ কি দামত কিনা হব তাকো স্থিৰ কৰে, আৰু এইভাৱেই তেওঁলোকৰ জাতীয় আয়ৰ আকাৰ নিৰ্ধাৰণ কৰে। পুঁজিবাদত বিশেষকৈ তাৰ একচেটিয়া স্তৰত, নিহিত ক্ৰয় আৰু দামৰ আয়তনৰ হ্ৰাস-বৃদ্ধি সাম্ৰাজ্যবাদী শক্তিবোৰৰ কেঁচামাল যোগনিয়াৰলৈ পৰিবৰ্তিত হোৱা দেশবোৰৰ অস্থিৰ অৰ্থনীতিৰ বাবে জগৰীয়া। উৎপাদনকাৰী বোৰৰ সৰহসংখ্যকৰেই নিৰাপত্তাহীনতা আৰু ভবিষ্যতৰ কাৰণে ভীতিৰ কাৰণো এইবোৰ।

যেহেতু একপক্ষীয় বিশেষীকৰণত নিযুক্ত দেশবোৰ তেওঁলোকৰ ঘৰুৱা প্ৰয়োজনৰ কাৰণে বহুত বস্তু উৎপাদন নকৰে, সেইহেতু তেওঁলোকৰ নিজৰ ভোগো সম্পৰ্ণভাৱে বিদেশী একচেটিয়াবোৰে যোগানধৰা বস্তু আৰু সিবোৰে ঠিক কৰা দামৰ ওপৰত নিভৰ কৰে। ১৯৬৪ চনৰ হিচাপৰপৰা দেখা যায় যে বিদেশী একচেটিয়াবোৰে অনগ্ৰসৰ দেশবোৰক সিবোৰৰ ৰপ্তানিৰ শতকৰা ৭৮ ভাগ সাম্ৰাজ্যবাদী দেশবোৰলৈ ৰপ্তানি কৰিবলৈ আৰু সিবোৰে আমদানি কৰা বস্তুৰ তিনি চতুৰ্থাংশ সাম্ৰাজ্যবাদী দেশবোৰৰপৰা কিনিবলৈ বাধ্য কৰিছিল। এই বিনিময় সততে ভাৰসাম্যহীন আছিল। একচেটিয়াবোৰে কেঁচামাল আৰু আন আন বস্তু ডাম্পিং দামত কিনিছিল আৰু সিহঁতৰ নিজৰ বস্তু অতি চৰ দামত বেচিছিল।

এইভাৱেই এক-পক্ষীয় বিশেষীকৰণে জন্ম দিয়া নিৰ্ভৰশীলতাৰ অৰ্থ নৈতিক সম্পৰ্কবোৰ উৎপাদন, বিতৰণ আৰু ভোগ সকলো ক্ষেত্ৰলৈকে বিয়পি যায়

সাম্রাজ্যবাদৰ ওপৰত নিভ ৰশীলতা সৰ্বব্যাপী আৰু সম্পূৰ্ণ হয় আৰু অনগ্ৰসৰ দেশবোৰত সমগ্ৰ পুনৰুৎপাদনৰ ধাৰাক অৱস্থাধীন কৰে।

পৃথিবীৰ পুঁজিবাদী অৰ্থনীতিত এক-শস্য ব্যৱস্থাই বহুত দেশৰ অৰ্থ নৈতিক বিকাশ তীব্ৰভাৱে ৰোধ কৰিছে।

বৈজ্ঞানিক আৰু কাৰিকৰী বিপ্লৱে অৰ্থ নৈতিকভাৱে অগ্ৰসৰ দেশবোৰৰ বাবে বিৰাট সম্ভাৱনা মুকলি কৰি দিছে আৰু লগে লগে অনগ্ৰসৰ দেশবোৰৰ এক-শস্য অৰ্থনীতিৰ বিৰাট ক্ষতি সাধন কৰিছে। অগ্ৰসৰ পুঁজিবাদী দেশবোৰত গধুৰ শিল্পৰ ক্ষিপ্ৰ বিকাশ আৰু বৈজ্ঞানিক কাৰিকৰী বিপ্লৱৰ ফলত প্ৰতি একক উৎপাদনত কেঁচামালৰ ব্যৱহাৰ তীব্ৰভাৱে হ্ৰাস পাইছে। তাৰোপৰিও, সাংশ্লেষিক বস্তু উৎপাদন কৰা নতুন শিল্প ২য় মহাযুদ্ধৰ ভিতৰত আৰু পাছত গঢ়ি উঠিল, ফলত, প্ৰাকৃতিক কেঁচামালৰ চাহিদা বুজন পৰিমাণে কমি অহা পৰিলক্ষিত হ'ল। উদাহৰণ স্বৰূপে, ১৯৫০ আৰু ১৯৫৯ চনৰ ভিতৰত এমেৰিকাৰ শিল্প উৎপাদন প্ৰায় শতকৰা ৪০ ভাগ বাঢ়িছিল। কিন্তু ইয়াৰ ফল স্বৰূপে প্ৰাকৃতিক কেঁচামালৰ চাহিদা সম পৰিমাণে বৃদ্ধি নহ'ল। বিপৰীত পক্ষে, সেইবোৰৰ কিছুমানৰ ব্যৱহাৰ আনকি কমিলহে, যি কথা তলৰ তালিকাৰপৰা বুজা যায়।

১৭ নং তালিকা

## এমেৰিকাত লৌহেতৰ ধাতুৰ বাৰ্ষিক গড় ব্যৱহাৰ

( প্ৰাথমিক আৰু দ্বিতীয় স্তৰৰ ধাতু, হেজাৰ টনত )

| | ১৯৫০-৫২ | ১৯৫৭-৫৯ |
|---|---|---|
| তাম | ২,০৪২ | ১,৯২৬ |
| সীহ | ১,১১৯ | ১,০০৩ |
| টিন | ৯১ | ৭৪ |
| দস্তা | ১,০৭৯ | ১,০০৯ |

অৰ্থ নৈতিক বিকাশৰ প্ৰয়োজনত বিদেশী মুদ্ৰা অৰ্জন কৰিব পৰা উৎসৰ সন্ধানত বহুতো এক-শস্য দেশে সিবোৰৰ মৌলিক দ্ৰব্যৰ উৎপাদন বৃদ্ধি কৰিবলৈ

ধৰিলে। উদাহৰণস্বৰূপে, ১৯৪৫-৪৭ত পৃথিবীৰ বাৰ্ষিক কফি উৎপাদন প্ৰায় ২ নিযুত টন আছিল আৰু ১৯৫৯-৬০ত ই ৪ ৬ নিযুত টনত উপনীত হ'ল। সেই দেশবোৰৰ ঘাই ৰপ্তানি বস্তুৰ অধিকতৰ উৎপন্নৰ লগে লগে সিবোৰৰ দাম বেগেৰে পৰি আহিল।

১৮নং তালিকা

## কিছুমান প্ৰাথমিক বস্তুৰ দাম হ্ৰাস

| | ১৯৫৫ | ১৯৫৯ | ১৯৬৩ |
|---|---|---|---|
| তাম ( প্ৰতি টনত ডলাৰৰ পৰিমাণ ) | ৯৬৩ | ৬৫৫ | ৬৪৫ |
| সীহ " " " | ২৯২ | ১৯৫ | ১৭৫ |
| দস্তা " " " | ২৫০ | ২২৬ | ২১২ |
| ব্ৰাজিলীয় কফি ( প্ৰতি পাউণ্ডত, চেণ্ট ) | ৫৭ ১ | ৩৭'০ | ৩৪'১ |

এক-শস্য দেশবোৰে নিজকে এক অন্ধ-আৱৰ্তৰ মাজত সোমাই পৰা দেখিছে। যেতিয়া সিবোৰে উৎপাদনৰ সম্প্ৰসাৰণ কৰি নিজৰ বিদেশী মুদ্ৰাৰ উপাৰ্জন বাঢ়াব খোজে, তেতিয়া কেৱল অতি-উৎপাদন, দামৰ হ্ৰাস, আৰু তেওঁলোকৰ উপাৰ্জন আৰু বেছি কমিযোৱাটোহে সিবোৰৰ ভাগ্যত ঘটে।

এইভাৱেই পৃথিবীৰ পুঁজিবাদী অৰ্থনীতিয়ে তাৰ "মুক্ত" দাম ব্যৱস্থাৰ জৰিয়তে পশ্চাৎপদ দেশবোৰৰ অৰ্থনৈতিক বিকাশৰ পথত আন এটা হেঙাৰ দিছে। যি ক্ষেত্ৰত ইউৰোপত বিকশিত পুঁজিবাদ জাতীয়-চৰিত্ৰৰ আছিল, অনগ্ৰসৰ দেশবোৰৰ ওপৰত জাপি দিয়া পুঁজিবাদ তাৰ সকলো নেতিবাচক পৰিণাম সহ আছিল মূলতঃ বিদেশী। এই দেশবোৰত যেতিয়া উদ্যোগ প্ৰতিষ্ঠা কৰা হয় বিদেশী মূলধন তাত সদায় নাথাকে। এই কথা খনিশিল্পৰ ক্ষেত্ৰত বিশেষভাৱে স্পষ্ট, যি খনি শিল্পৰ ফালে বিদেশী লগ্নীৰ প্ৰধান সোঁতটো ধাবিত। বিদেশী একচেটিয়াবোৰে খনিজসম্পদ খিনি নিঃশেষ কৰাৰ লগে লগে খনিবোৰ বন্ধ কৰি দিয়ে আৰু মূলধন তাৰ উৎপত্তিৰ দেশলৈ প্ৰত্যাবৰ্তন কৰে। সিবোৰে আগৰ খনিজসম্পদৰ ঠাইত এৰি থৈ যায় এসোপা আবৰ্জনা আৰু এজাক কৰ্মহীন খনি-শ্ৰমিক।

এই সকলোবোৰে দেখুৱায় যে একচেটিয়া পুঁজিবাদৰ অৰ্থনৈতিক উপায়ৰ দ্বাৰা এহাতে ঔপনিবেশিক আধিপত্য আৰু আনহাতে ঔপনিবেশিক নিৰ্ভৰশীলতা পুনৰ সৃষ্টি কৰিবলৈ এক স্বাভাৱিক ক্ষমতা আছে।

সঁচা কথা যে ঔপনিবেশিক আধিপত্য ঔপনিবেশিকতাবাদীবোৰৰ পক্ষে অধিকতৰ শক্তিশালী আৰু নিৰ্ভৰযোগ্য আছিল যেতিয়া সিহঁতে এখন অনগ্ৰসৰ দেশত ৰাজনৈতিক ক্ষমতা চালনা কৰিছিল। কিন্তু আজিৰ নব্য-ঔপনিবেশিকতাবাদীবোৰে সেইটো নোহোৱাকৈও সুন্দৰভাৱেই চলিছে।

# নব্য-ঔপনিবেশিকতাবাদৰ ৰাজনৈতিক সঁজুলি

অৰ্থনৈতিক উৎপীড়ন নব্য-ঔপনিবেশিকতাবাদীবোৰৰ একমাত্ৰ হাথিয়াৰ নহয়। সাম্ৰাজ্যবাদী শক্তিবোৰৰ ৰাষ্ট্ৰযন্ত্ৰৰ দ্বাৰাও এই উদ্দেশ্য সাধন কৰা হয়। সিবোৰৰ শাসকবোৰে এই কথা হিচাপ কৰিব লগা হয় যে একচেটিয়াবোৰৰ স্বাৰ্থ এতিয়াও অৰ্থনৈতিকভাৱে কম উন্নত দেশবোৰক শোষণ কৰাতেই আবদ্ধ, কিন্তু ই আকৌ "তৃতীয় পৃথিবীত" বৈপ্লৱিক জাগৰণৰ এক শক্তিশালী কাৰণ। এই কথাই ঔপনিবেশিকতাবাদৰ ৰাষ্ট্ৰীয় নীতিৰ বিশেষ প্ৰকৃতি, পুৰণা ঔপনিবেশিকতাৰ নীতিৰ ঠাইত তাৰ নীতিৰ "নতুন চেহেৰা"ৰ ব্যাখ্যা দিয়ে। অনেক সময়ত "তৃতীয় পৃথিবীত" একচেটিয়া আধিপত্য সুদৃঢ় কৰাৰ উদ্দেশ্য-প্ৰণোদিত চৰকাৰৰ নীতি ঔপনিবেশিকতাবাদৰ বিৰোধী যেন দেখায়।

নব্য-ঔপনিবেশিক নীতিৰ তিনিটা স্পষ্ট প্ৰধান প্ৰধান আহি আছে। প্ৰথমটো হৈছে এছিয়া, আফ্ৰিকা আৰু লেটিন এমেৰিকাৰ দেশবোৰত সাম্ৰাজ্যবাদৰ অনুকূল শাসন প্ৰতিষ্ঠা কৰা। দ্বিতীয়টো হ'ল, নতুন ৰাষ্ট্ৰবোৰক সাম্ৰাজ্যবাদৰ দ্বাৰা সংগঠিত ৰাজনৈতিক, সামৰিক বা অৰ্থনৈতিক জোটত জড়িত কৰা। তৃতীয়টো হৈছে, সাম্ৰাজ্যবাদী ৰাষ্ট্ৰবোৰে নতুন ৰাষ্ট্ৰবোৰক দিয়া তথাকথিত সাহায্য।

বহতীয়া চৰকাৰ স্থাপন কৰাটো উন্নয়নমুখী দেশবোৰক প্ৰকৃত দাসত্ব-বন্ধনত আবদ্ধ কৰাৰ এটা অতি ব্যাপক পদ্ধতি। দ্বিতীয় মহাযুদ্ধৰ পাছৰ ১৫ বছৰত লেটিন এমেৰিকাত প্ৰায় ৬০টা 'কু' সংঘটিত হৈছিল। তাৰ সকলোবোৰেই এমেৰিকা যুক্তৰাষ্ট্ৰৰ পৰোক্ষ বা প্ৰত্যক্ষ সমৰ্থনত আৰু তাৰ স্বাৰ্থত ঘটিছিল। কিন্তু লেটিন এমেৰিকা এক বিচ্ছিন্ন দৃষ্টান্ত নহয়। দক্ষিণ কোৰিয়া, তাইওৱান, দক্ষিণ ভিয়েৎনাম, থাইলেণ্ড আৰু আন আন দেশত বহতীয়া চৰকাৰবোৰ এমেৰিকাৰ অস্ত্ৰৰ বলত ৰখোৱা হৈছে।

নব্য-ঔপনিবেশিকতাবাদীবোৰ আকাৰত জাতীয় কিন্তু বিষয়বস্তুৰ ফালৰ-পৰা সাম্রাজ্যবাদ-অনুকূলীয়া শাসনব্যৱস্থা জাপি দিয়াৰ ওপৰত সিহঁতৰ সকলো আশা স্থাপন কৰা কথাটোৱে আশ্রয়াধীন দেশবোৰত সিহঁতৰ সামাজিক নীতিৰ ভিত্তি পুনৰ্বিবেচনা কৰিবলৈ বাধ্য কৰিছে। পুৰণা ঔপনিবেশিকতাবাদে প্রধানকৈ, প্রাক-পুঁজিবাদী যুগৰ শোষক-বিলাকৰ মাজত সমৰ্থন বিচাৰিছিল—ৰাজপৰিয়ালৰ মানুহ, সামন্ত শাসক, ট্রাইবেল প্রধান ইত্যাদি। ই জাতীয় বুর্জোৱাৰ মাজত এক শক্তিসম্পন্ন প্রতিযোগী দেখিছিল। কিন্তু নব্য ঔপনিবেশিকতাবাদে শোষিত দেশবোৰত আৰু সামাজিক সমৰ্থন বঢাবলগীয়া হৈছে। আজি যেইকোনো নতুন স্বাধীন দেশত বৈপ্লৱিক পৰিবৰ্তনৰ বিৰুদ্ধেই বৃহৎ জাতীয় বুর্জোৱাক মিত্র কৰিবলৈ বিচাৰে।

নব্য-ঔপনিবেশিকতাবাদীবোৰে উন্নয়নমুখী দেশবোৰক বিভিন্ন সামৰিক আৰু "অর্থনৈতিক" জোঁটৰ ভিতৰলৈ অনাত বিশেষ গুৰুত্ব দিয়ে। এইবিলাকৰ ভিতৰত বিশেষভাৱে উল্লেখ কৰিব লাগিব এমেৰিকান ৰাষ্ট্রসমূহৰ সংস্থা যাৰ ঘোষিত নীতি হ'ল "যৌথ নিৰাপত্তা"। আচলতে কিন্তু লেটিন এমেৰিকাৰ দেশবোৰৰ অৰ্থনীতিত আৰু পেছি এমেৰিকান সাম্রাজ্যবাদৰ অনুপ্রৱেশ দেখিবলৈ ই এক আৱৰণহে হৈছে। আৰু এই দেশবোৰত এমেৰিকান সাম্রাজ্যবাদে সামৰিক ঘাটি স্থাপন কৰিছে। সিবোৰৰ সেনাবাহিনীৰ ওপৰত তাৰ নিয়ন্ত্রণ প্রতিষ্ঠা কৰিছে। "এমেৰিকান ৰাষ্ট্রসমূহৰ সংস্থা" এনে এক "চৰকাৰৰ" প্রতিৰূপ হৈছে যি দেখাত আন্তঃএমেৰিকান, কিন্তু আচলতে ঔপনিবেশিকতাবাদী, যাৰ কাম হৈছে এই অশান্ত অঞ্চলত বিপ্লৱী আন্দোলনৰ কণ্ঠৰোধ কৰা।

দক্ষিণপূৰ্ব এছিয়াত আক্রমণাত্মক "ছিয়াটো" আৰু বাগদাদ চুক্তি, ইৰাকৰ ৰাজতন্ত্র উচ্ছেদৰ পাছত যাৰ নতুন নামকৰণ হৈছে "চেণ্ট", এইবোৰো নব্য-ঔপনিৱেশিকতাবাদৰ সন্তান। নব্য-ঔপনিৱেশিকতাবাদীবোৰৰ নেতৃত্বত এই জোঁটবোৰে দক্ষিণ-পূব এছিয়া আৰু মধ্যপ্রাচ্যত উত্তেজনা প্রকোপিত কৰে। সেইবিলাকৰ আৰু উদ্দেশ্য হ'ল জাতীয় মুক্তি আন্দোলন তলে তলে দুৰ্বল কৰা আৰু ঔপনিৱেশিক অৱস্থান সুদৃঢ় কৰা।

যোৱা কেইবছৰমানৰ ভিতৰত দূৰপ্রাচ্য আৰু পূব-এছিয়াৰ বাবে তেনে

ধৰণৰ আন এক জোঁট স্থাপন কৰাৰ চেষ্টা চলিছে। এই নতুন জোঁটৰ অন্তৰ্ভুক্ত হ'ব লগা দেশ হ'ল জাপান, ফিলিপাইনচ, থাইলেণ্ড, অষ্ট্ৰেলিয়া, মালয়েছিয়া, নিউজিলেণ্ড, দক্ষিণ কোৰিয়া, দক্ষিণ ভিয়েৎনাম আৰু টাইওৱান। এমেৰিকা যুক্তৰাষ্ট্ৰই স্থানীয় প্ৰতিক্ৰিয়াশীলবোৰৰ জৰিয়তে মধ্যপ্ৰাচ্যৰ প্ৰগতিশীল শক্তিবোৰৰ বিৰুদ্ধে সংগ্ৰামৰ বাবে আন এক আক্ৰমণাত্মক জোঁট, তথাকথিত ঐস্লামিক চুক্তি সংগঠন কৰিবলৈও চেষ্টা কৰিছে।

নব্য-ঔপনিৱেশিকতাবাদৰ আন এক অস্ত্ৰ হ'ল কিশোৰ ৰাষ্ট্ৰবোৰক ইউৰোপীয় কমন মাৰ্কেট বা ইউৰোপীয় ফ্ৰি ট্ৰেড এছোচিয়েশ্যনৰ নিচিনা অৰ্থনৈতিক জোঁটৰ মাজলৈ টানি অনা। এনে "বজাৰত অংশগ্ৰহণে অনুন্নত দেশবোৰক পৃথিবীৰ পুঁজিবাদী অৰ্থনীতিৰ লগত আৰু জোৰেৰে বান্ধি দিয়ে আৰু সহযোগী দেশবোৰৰ অৰ্থনীতিত একচেটিয়া পুঁজিৰ পক্ষে অনুপ্ৰৱেশ সহজতৰ কৰি তোলে।

আমি অনগ্ৰসৰ দেশবোৰলৈ "সাহায্য"ৰ সাম্ৰাজ্যবাদী নীতিৰ ফল আগতেই উল্লেখ কৰিছো। সাম্ৰাজ্যবাদী শক্তিসমূহৰ, অৰ্থনৈতিক প্ৰকল্পবোৰত বিত্ত যোগান, কৰ্মী প্ৰশিক্ষণ, বৈপ্লৱিক আন্দোলন দমনৰ কাৰণে অস্ত্ৰ-শস্ত্ৰৰ যোগান, আদিত বিধ বিধ ক্ৰিয়াকলাপ উন্নয়নমুখী দেশবোৰত ব্যক্তিগত পুঁজিৰ আৰু প্ৰধানকৈ সাম্ৰাজ্যবাদী একচেটিয়াবোৰৰ বাধাহীন কাম-কাজৰ বাবে অনুকূল পৰিৱেশ সৃষ্টিৰ অভিমুখে পৰিচালিত।

সাম্ৰাজ্যবাদী শাসকচক্ৰবোৰে এই দেশবোৰত একচেটিয়া ক্ৰিয়াকলাপ তীব্ৰতৰ কৰি তোলে এই ধাৰণাৰ বশৱৰ্তী হৈ যে প্ৰত্যেক বিদেশী ব্যক্তিগত একচেটিয়া উদ্যোগে স্বদ্ৰ জাতীয় পুঁজিবাদী অনুচৰ উদ্যোগ কিছুমানৰ জন্ম দিব আৰু এইবোৰেই আভ্যন্তৰীণ প্ৰতিক্ৰিয়াৰ শক্তি সুদৃঢ় কৰাত সহায় কৰিব। এই গতিতে সাম্ৰাজ্যবাদৰ কাৰণে সমৰ্থনৰ ব্যৱস্থা কৰে আৰু দেশসমূহৰ উত্তৰোত্তৰ বিকাশ পুঁজিবাদী পথেদি লৈ যায়।

# নব্য ঔপনিবেশিকতাবাদৰ আদর্শগত অস্ত্রসম্ভাৰ

আগভাগৰ ঔপনিৱেশিকতাবাদ পৃথিৱীৰ অধিকসংখ্যক দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাধীনতাৰ খোলা-খুলি শত্রু আছিল। পৃথিবীৰ বেছিৰ ভাগকেই ই উপনিৱেশত ভাগ কৰিছিল, সেইবোৰৰ ওপৰত তাৰ ৰাজনৈতিক শাসন প্ৰতিষ্ঠা কৰিছিল আৰু সিবিলাকক পৃথিবীৰ পুঁজিবাদী অৰ্থনীতিৰ শিকলিৰ একো-একোটা সংযোগত পৰিণত কৰিছিল। বুর্জোৱা তাত্ত্বিকবোৰে এই পৰিস্থিতিৰ প্ৰশংসা কৰিছিল আৰু তাৰ যুক্তিযুক্ততা আৰু বৈধতাৰ পক্ষে যুক্তি দাঙি ধৰিছিল।

নব্য ঔপনিৱেশিকতাবাদৰ আদৰ্শবাহকবোৰ "তৃতীয় পৃথিবীত" সিহঁতৰ প্ৰভাৱ বিপদাপন্ন নকৰাকৈ নিশ্চয় সেই পুৰণি পোনপটীয়া পদ্ধতি ব্যৱহাৰ কৰিব নোৱাৰে। এই নব্য-ঔপনিবেশিকতাবাদীবোৰে নিজক ঔপনিবেশিক শাসন-ব্যৱস্থা অৱসানৰ পক্ষে বুলি, আৰু আগৰ উপনিবেশবোৰৰ অৰ্থনৈতিক উন্নয়ন আৰু সিবোৰক সাহায্য দিয়াৰ পক্ষে বুলি ঘোষণা কৰে। এই মৰ্মে নানা কিতাপ, সংবাদপত্ৰত আৰু আলোচনীত প্ৰবন্ধ আদি লিখা হৈছে। প্ৰধানকৈ চৰকাৰী সংস্থাবোৰ স্থাপন কৰা বহুত আযোগে এনে সাহায্য "ব্যৱস্থা" পৰীক্ষা কৰিছে। এছিয়া, আফ্ৰিকা আৰু লেটিন এমেৰিকাৰ দেশবোৰৰ কাৰণে হাজাৰ হাজাৰ পাৰদৰ্শীয়ে উন্নয়ন আঁচনি প্ৰস্তুত কৰে। সঁচা কথা এইসকলৰ ভিতৰত বহুত এনে বিশেষজ্ঞ আছে যিসকল অনগ্ৰসৰ দেশবোৰৰ জনসাধাৰণৰ দুৰ্দশাগ্ৰস্ত অৱস্থাত প্ৰকৃততে চিন্তিত আৰু তেওঁলোকক সহায় কৰিবলৈ যিসকলৰ অকৃত্ৰিম ইচ্ছা আছে। কিন্তু হয় তেওঁলোকে এই আঁচনিবোৰৰ প্ৰকৃত উদ্দেশ্য বুজিব নোৱাৰে, নতু সেইবোৰক উজ্জ্বল দৃষ্টিৰে চায়।

স্বাভাৱিকতেই, ঔপনিবেশিকতাবাদৰ আদৰ্শধাৰাসকলে জাতীয় ৰাষ্ট্ৰবোৰৰ অৰ্থনৈতিক উন্নয়ন সমৰ্থন কৰে, কিন্তু প্ৰশ্ন হৈছে তেওঁলোকে কোন পথেদি এই দেশবোৰৰ অৰ্থনৈতিক উন্নয়ন পৰিচালনা কৰিব বিচাৰে?

ঔপনিবেশিকতাবাদৰ সাধাৰণ কৰ্তব্য হৈছে এই কিশোৰ ৰাষ্ট্ৰবোৰৰ অৰ্থনৈতিক উন্নয়ন পুঁজিবাদী পথেদি চলাই নিয়া আৰু সমাজতান্ত্ৰিক পথ লোৱাৰ পৰা সিবোৰক বিৰত ৰখা।

নিদৰ্শন হিচাপে কেইটামান তথ্য দিয়া হৈছে। নব্য ঔপনিবেশিকতাবাদৰ আদৰ্শধাৰীবোৰে জাতীয় অৰ্থনীতিবোৰৰ বিকাশ সমৰ্থন কৰে কিন্তু মৌলিক ভূমিসংস্কাৰ কাৰ্যকৰী নকৰাকৈ সেইটো কৰিব বিচাৰে।

চি, কিণ্ডলবাৰ্গাৰ নামৰ এমেৰিকান অৰ্থনীতিবিদে তেওঁৰ 'ইকনমিক ডেভেলপমেণ্ট' নামৰ কিতাপত লিখিছে যে সাধাৰণ নিয়ম হিচাপেই, ভূমিসংস্কাৰে উৎপাদন হ্ৰাস কৰে, বৰ্ধিত ভোগ, চহৰৰ কাৰণে আৰু ৰপ্তানিৰ বাবে কৃষি উৎপন্ন হ্ৰাস কৰে, মূলধনৰ উৎপাদনক্ষম নোহোৱা ব্যয় আৰু কমপৰিমাণ মূলধন লগ্নীৰ পথ লয়।

স্বাভাৱিকতেই, ক্ষুদ্ৰায়তন কৃষিতকৈ বৃহদায়তন কৃষিব্যৱস্থাৰ বহুতো সুবিধা আছে। কিন্তু বুর্জোৱা অৰ্থনীতিবিদবোৰে এই সুবিধাবোৰকে বৃহৎ মাটিগিৰিৰ পামবোৰ, অৰ্থাৎ, আধা সামন্ততান্ত্ৰিক শোষণৰ ভিত্তিত পুঁজিবাদী কৃষিপদ্ধতিৰ ৰক্ষাৰ যুক্তি হিচাপে দাঙি ধৰে। তেওঁলোকে যদি আৱশ্যক বুলি ভাবে, তেন্তে ভূমি-সংস্কাৰৰ ফলত মাটি পোৱাৰ পাছত কৃষকসকলে পৰজীৱী মাটিগিৰিবোৰক জীয়াই ৰাখিবলৈ শ্ৰম কৰাৰ পৰিৱৰ্তে বৃহৎ সমবায় পাম স্থাপন কৰিব পাৰে।

তাৰোপৰি, বৃহৎ মাটিগিৰিৰ পাম নাইকিয়া কৰি দিয়াৰ অৰ্থ নিশ্চয় এই নহয় যে তাক ক্ষুদ্ৰ ক্ষুদ্ৰ পামলৈ বিভক্ত কৰা হ'ব। যেতিয়া এক বৃহৎ পাম বিভক্ত কৰা অৰ্থনৈতিকভাৱে উচিত নহয়, তেনে অৱস্থাত তাৰ ঠাইত ৰাষ্ট্ৰীয় পাম সংগঠন কৰা বা এদল শ্ৰমজীৱী মানুহৰ হাতলৈ তাক হস্তান্তৰ কৰাৰ সম্ভাৱনা আছে।

একমাত্ৰ নব্য-ঔপনিবেশিকতাবাদীবোৰহে গাঁও অঞ্চলত সামন্ত আৰু প্ৰাক-সামন্ত সম্পৰ্কবোৰ ৰক্ষণাবেক্ষণৰ জৰিয়তে লাভবান হয় যেহেতু গ্ৰাম্য দৰিদ্ৰতা হেতুকে এক বহল জাতীয় বজাৰৰ বিকাশত এই সম্পৰ্কবোৰ হেঙাৰ হৈ থিয় দিয়ে। আৰু যেহেতু ঘৰুৱা বজাৰ সঙ্কীৰ্ণ, সেয়ে এই দেশবোৰে সিবোৰৰ অৰ্থনীতি ক্ষিপ্ৰতাৰে বিকাশ কৰিবলৈ অক্ষম হয় যাৰ অৰ্থ হ'ল যে আৰু বহু সময়ৰ বাবে এই দেশবোৰ বেছি অগ্ৰসৰ দেশবোৰৰ ওপৰত নিৰ্ভৰশীল হৈ থাকিব। নব্য

ঔপনিবেশিকবোবৰ ভূমি সংস্কাৰ-বিৰোধী কৌশলৰ ইয়েই প্ৰকৃত ব্যাখ্যা। অনেক সময়ত, কথাৰে তেওঁলোকে ভূমি সংস্কাৰ সমৰ্থন কৰে কিন্তু কাৰ্যক্ষেত্ৰত তাক বাধা দিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে।

নব্য ঔপনিবেশিকবোৰে নতুন ৰাষ্ট্ৰবোৰত জাতীয় শিল্পৰ বিকাশৰ "সপক্ষে কয়" কিন্তু বিদেশী প্ৰতিযোগিতাৰ সম্মুখত জাতীয় উদ্যোগক সমৰ্থন নোযোগায়। আনকি, এক বিশাল ঘৰুৱা বজাৰ থকা এমেৰিকা যুক্তৰাষ্ট্ৰতো স্বাধীন শিল্পৰ বিকাশ সম্ভৱ হৈছিল উচ্চ শুল্কৰ কাৰণে। আৰু ই হৈছিল এনে এক সময়ত যেতিয়া তাৰ একমাত্ৰ প্ৰতিযোগী আছিল বৃটিছ শিল্প আৰু সেই বৃটিছ শিল্প তেতিয়া আছিল অনগ্ৰসৰ দেশবোৰে ফেৰমাৰিব লগা হোৱা সাম্ৰাজ্যবাদী শক্তিবোৰৰ আধুনিক উদ্যোগৰ তুলনাত বহু গুণ দুৰ্বল। ইয়াৰ অৰ্থ হ'ল এয়ে যে নতুন জাতীয় উদ্যোগবোৰক ৰক্ষাকবচ দিয়া নহলে প্ৰতিযোগিতাত টিকিব নোৱাৰিব। সমাজতান্ত্ৰিক দেশবোৰৰ অভিজ্ঞতাই ইয়াৰ সাক্ষী দিয়ে। সাম্ৰাজ্যবাদী একচেটিয়াবোৰৰ বিৰুদ্ধে ৰক্ষাকবচৰ এক ৰাষ্ট্ৰীয় ব্যৱস্থা নাথাকিলে, সামগ্ৰিকভাৱে এক স্বাধীন অৰ্থনীতিৰ ক্ষিপ্ৰ বিকাশ দূৰৈৰ কথা, আনকি স্বাধীন শিল্প-বিকাশো সম্ভৱ নহয়।

• নব্য-ঔপনিবেশিকবোৰে এচিয়া, আফ্ৰিকা আৰু লেটিন এমেৰিকাৰ দেশবোৰৰ অৰ্থনীতিৰ উন্নয়নৰ "সপক্ষে কয়", কিন্তু সি মাত্ৰ এটা চৰ্তত আৰু সেয়ে হ'ল যে এই দেশবোৰত কোনো গধুৰ শিল্প গঢ়ি উঠিব নালাগিব আৰু এই দেশবোৰে কেঁচা মালৰ উৎপাদনত বিশেষত্ব অৰ্জন কৰিব লাগিব। এদল এমেৰিকান অৰ্থনীতিবিদৰ "পলিটিকেল ইকনমি অফ এমেৰিকান ফৰেন পলিচি" নামৰ যুটীয়া ৰচনাত উন্নয়নমুখী দেশবোৰৰ বাবে পৰামৰ্শ আছে—যাৰ প্ৰকৃত অৰ্থ হ'ল নিম্নোক্ত ধৰণৰ—অৰ্থনৈতিক বিকাশ এটা বৰ দীঘলীয়া ধাৰা, আৰু ই কৃষিৰ উন্নয়নত, ৰপ্তানিৰ বাবে আৱশ্যকীয় বস্তুৰ বৰ্ধিত উৎপাদনত আৰম্ভ হোৱা উচিত; তাৰ পাছত লঘুশিল্পৰ বিকাশ আৰম্ভ কৰিব লাগে, গধুৰ শিল্পৰ বিকাশ এক বিপজ্জনক প্ৰচেষ্টা আৰু খুব কম দেশেহে তাক চলাব পাৰে।

নব্য-ঔপনিবেশিকতাবাদীবোৰ জাতীয় ৰাষ্ট্ৰবোৰক সিবোৰৰ অৰ্থনীতিৰ বিকাশ কৰাত "সহায়" কৰিবলৈ প্ৰস্তুত, যদিহে বিদেশী একচেটিয়াবোৰক প্ৰৱেশৰ সুবিধা দিয়া হয়। এমেৰিকান ব্যৱসায় জগতৰ মুখপত্ৰ 'বিজিনেচ

উইক' কাগজে মন্তব্য কৰিছিল যে এমেৰিকান ব্যক্তিগত লগ্নী এক পৃথিবীজোৰা অৰ্থনৈতিক উৎসৃজনকাৰী আৰু সিবোৰে উন্নত আৰু উন্নয়নমুখী, পৃথিবীৰ সকলো দেশৰে অৰ্থনৈতিক বিকাশত উদগনি দিছে। আন কথাত, যদি বিদেশী লগ্নীৰ সুবিধা দিয়া হয়, তেনেহলে এখন দেশে বিকাশ লাভ কৰিব, আৰু নহলে তললৈ যাব।

কলাম্বিয়া বিশ্ববিদ্যালয়ত দিয়া এটা ভাষণত এবাৰ ডগ্‌লাচ ডিলন নামৰ এক প্ৰখ্যাত এমেৰিকান ৰাজনীতিবিদে ব্যক্তিগত লগ্নীৰ প্ৰকৃত উদ্দেশ্য প্ৰকাশ কৰিছিল। তেওঁ খোলাখুলিকৈ কৈছিল যে অনগ্ৰসৰ দেশবোৰৰ সন্মুখত দুটা পথ আছে—পশ্চিমীয়া আৰু ছোভিয়েতৰ পথ। তেওঁলোকে কোন পথ বাছি লয় এমেৰিকাৰ কাৰণে তাৰ গুৰুত্ব বহুত আৰু নতুনকৈ স্বাধীন দেশবোৰে যদি সাম্যবাদ বাছি লয় তেন্তে সেইবোৰত এমেৰিকান জীৱনধাৰা বেছি দিন তিষ্ঠিব নোৱাৰে। ব্যক্তিগত লগ্নীয়েই একমাত্ৰ উপায়।

এই ভাবটো আৰু বেছি পৰিষ্কাৰকৈ প্ৰকাশ কৰিব নোৱাৰি। "তৃতীয় পৃথিবী"ৰ দেশবোৰত ব্যক্তিগত আৰু ৰাষ্ট্ৰীয় লগ্নীৰ উদ্দেশ্য হ'ল এই দেশবোৰক পুঁজিবাদী কক্ষৰ মাজত ৰখা, আৰু আগৰ দৰে সাম্ৰাজ্যবাদৰ স্বাৰ্থত সিবোৰক শোষণ কৰা।

নব্য ঔপনিবেশিকতাবাদীবোৰে কিশোৰ ৰাষ্ট্ৰবোৰৰ অৰ্থনৈতিক উন্নয়নক "উৎসাহিত" কৰিবলৈ প্ৰস্তুত, কিন্তু এটা চৰ্ত—যে তাক ব্যক্তিগত পুঁজিৰ দ্বাৰা কাৰ্যকৰী কৰা হ'ব আৰু জাতীয় ৰাজহুৱা অৰ্থনৈতিক খণ্ড উৎখাত কৰা হ'ব। কিশোৰ ৰাষ্ট্ৰবোৰৰ ঔদ্যোগিক বিকাশ সম্পূৰ্ণভাৱে ব্যক্তিগত পুঁজিৰ হাতত থকাটো নব্য-ঔপনিবেশিকতাবাদীবোৰৰ এক সোণালী সপোন। প্ৰথমতে, ব্যক্তিগত পুঁজিয়ে এই দেশবোৰৰ পুঁজিবাদী বিকাশ সুনিশ্চিত কৰিব আৰু অ-পুঁজিবাদী পথৰ সমাধি ৰচনা কৰিব। তাৰ পাছত সাম্ৰাজ্যবাদৰ ওচৰত সুদীৰ্ঘ দিনৰ বাবে সিবোৰৰ নিৰ্ভৰশীলতা নিকপ-কপীয়া হ'ব।

আগতেই উল্লেখ কৰা হৈছে যে—ব্যক্তিগত উদ্যোগৰ বিকাশৰ ফল হিচাপে এনে নিৰ্ভৰশীলতাৰ স্বতঃস্ফূৰ্তভাৱে উদ্ভৱ হয়। ব্যক্তিগত পুঁজিৰ নিশ্চিত অৰ্থ হ'ল লঘুশিল্প স্থাপন কৰি শিল্পায়ন আৰম্ভ কৰা হব যেহেতু জাতীয় বজাৰত লঘুশিল্পৰ উৎপাদিত বস্তুৰ গ্ৰাহক সদায়েই আছে। ইতিমধ্যে উৎপাদনৰ আহিলা-পাতি

তৈয়াৰ কৰা উদ্যোগবোৰে সিবোৰৰ বস্তু বিক্ৰী কৰিব নোৱাৰে, যেহেতু সেইবোৰ বস্তু ব্যৱহাৰ কৰিব পৰা উদ্যোগৰ দেশখনত অভাব। একমাত্ৰ এক সুদীৰ্ঘ ঐতিহাসিক ধাৰাৰ পাছতহে এই পদ্ধতিয়ে উৎপাদনৰ আহিলা তৈয়াৰ কৰা উদ্যোগৰ বিকাশৰ বাট কৰি দিয়ে।

যেতিয়া এখন দেশৰ ঔদ্যোগিক বিকাশ একচেটিয়া পুঁজিৰ পৰিবৰ্তে ৰাষ্ট্ৰৰ হাতত থাকে তেতিয়া এক সম্পূৰ্ণ পৃথক পৰিস্থিতিৰ সৃষ্টি হয়। ৰাষ্ট্ৰই লঘুশিল্প স্থাপন কৰাৰ উপৰিও কৃষিকে ধৰি সকলো অৰ্থনৈতিক খণ্ড আৰু লঘুশিল্পৰ বাবে প্ৰয়োজনীয় উৎপাদনৰ আহিলা তৈয়াৰ কৰা গধুৰ শিল্প প্ৰতিষ্ঠান গঢ়ি তোলাৰ ভিতৰতে এই পাৰ্থক্য নিহিত আছে। সেই হেতু ঔদ্যোগিক বিকাশ খুব বেগবান হয় আৰু সাম্ৰাজ্যবাদৰ পৰা স্বাধীন হয়। আৰু ঠিক এই পৰিস্থিতিয়েই উন্নয়নমুখী দেশবোৰৰ অৰ্থনীতিত ৰাষ্ট্ৰীয়খণ্ডৰ বিৰুদ্ধে নব্য ঔপনিবেশিকতাবাদী-বোৰৰ শত্ৰুতা জগাই তোলে।

সিহঁতৰ বিৰোধিতাৰ আন আন কাৰণো আছে। একমাত্ৰ ব্যক্তিগত পুঁজিৰ সহায়ত কিশোৰ ৰাষ্ট্ৰবোৰৰ অৰ্থনৈতিক বিকাশে বিদেশী একচেটিয়াবোৰৰ অনুপ্ৰবেশ আৰু মূল অৰ্থনৈতিক অৱস্থান দখল কৰাৰ কাৰণে অফুৰন্ত সম্ভাৱনা মুকলি কৰি দিয়ে। জাতীয় বুর্জোৱাৰ সাধাৰণ দুৰ্বলতা আৰু ক্ষিপ্ৰ অৰ্থনৈতিক অগ্ৰগতিৰ বাবে মূলধনৰ অভাৱৰ ফলত এই সম্ভাৱনাবোৰ আৰু বেছি ডাঙৰ হয়। আজি এখন উন্নয়নমুখী দেশৰ ওপৰত আধিপত্যৰ কাৰণে বিদেশী পুঁজিৰ সমগ্ৰ অৰ্থনীতিৰ ওপৰত খোপনিৰ প্ৰয়োজন নহয়। দেশখনৰ সকলো অৰ্থনৈতিক কাৰ্যাৱলী সম্পূৰ্ণভাৱে বিদেশী একচেটিয়াবোৰৰ নিয়ন্ত্ৰণত ৰাখিবলৈ বিদ্যুৎ যোগান, যান-বাহন ব্যৱস্থা, আৰু বেঙ্কবোৰৰ ওপৰত কৰ্তৃত্ব থাকিলেই যথেষ্ট।

ব্যক্তিগত পুঁজিৰ সহায়ত কিশোৰ সাৰ্বভৌম ৰাষ্ট্ৰবোৰৰ বিকাশ সুনিশ্চিত কৰাৰ প্ৰচেষ্টা নব্য ঔপনিবেশিকতাবাদীবোৰৰ সমগ্ৰ কৌশলৰ অন্তৰালত আছে। সাম্ৰাজ্যবাদীবোৰৰ এই লক্ষ্যসাধন কৰিব পাৰিলে আৰু কিশোৰ ৰাষ্ট্ৰবোৰৰ পুঁজিবাদী বিকাশ নিশ্চিত কৰিব পাৰিলে সিহঁতে সিহঁতৰ আদৰ্শগত, অৰ্থনৈতিক, আৰু অধিকাংশ ৰাজনৈতিক অৱস্থান এই দেশবোৰত অটুট ৰাখিবলৈ সমৰ্থ হ'ব।

এই ধৰণৰ "সাহায্যই" এচিয়া আফ্রিকা আৰু লেটিন এমেৰিকাৰ দেশবোৰৰ সাম্রাজ্যবাদৰ ওপৰত নিৰ্ভৰশীলতা কেৱল বঢ়াবহে পাৰে। যিমানদিন পৰ্যন্ত এই দেশবোৰ অৰ্থনৈতিকভাৱে সাম্রাজ্যবাদৰ ওপৰত নিৰ্ভৰশীল হৈ থাকিব, সেইবোৰে কেৱল "পৃথিবীৰ গ্ৰামাঞ্চলৰ" ভূমিকাহে পালন কৰিব আৰু আধা-ঔপনিবেশিক শোষণৰ বিষয় হৈ থাকিব।

নবোদ্ভূত দেশবোৰৰ অৰ্থনৈতিক উন্নয়নৰ প্ৰবক্তা হিচাপে ঠেওধৰি ঔপনিবেশিকবাদৰ আদৰ্শবহনকাৰীবোৰে লগে লগে কিশোৰ ৰাষ্ট্ৰবোৰৰ নিজৰ ওপৰত বিশ্বাসৰ ভেটি দুৰ্বল কৰিব বিচাৰে আৰু উচ্চতৰ জীৱনধাৰণৰ মান লাভ কৰিবলৈ সিবোৰৰ চেষ্টা যে আশাহীন এই ধাৰণাৰ ওচৰত সিবোৰে নিজকে সমৰ্পণ কৰোৱাবলৈ বিচাৰে। এই "ধাৰণা" প্ৰমাণ কৰিবলৈ সকলো ধৰণৰ যুক্তি আগবঢ়োৱা হয়। বুৰ্জোৱা তাত্ত্বিকবিলাকে এই কথা প্ৰতিপন্ন কৰিবলৈ বিচাৰে যে উন্নয়নমুখী দেশবোৰৰ খুব কমেইহে নানা শাখা প্ৰশাখাৰে এক অৰ্থনীতি গঢ়ি তুলিবলৈ সক্ষম যেহেতু তেওঁলোকৰ পৰ্যাপ্ত পৰিমাণে খনিজ সম্পদ নাই, যদিও আচলতে এই দেশবোৰেইহে পুঁজিবাদী জগতৰ সৰহভাগ খনিজ-সম্পদৰ গৰাকী। এইবোৰৰ তেল, লোহআকৰ, মেঙ্গেনিজ আকৰ, মলিবডেনাম, তাম, নিকেল, টিন, হীৰা, কোবাল্ট আৰু ইউৰেনিয়াম আকৰৰ উল্লেখ কৰিলেই যথেষ্ট হ'ব।

এমেৰিকান অৰ্থ-নীতিবিদ মেযাৰ, বুচানন, এলিচ, আৰু বল্ডুইন আদিয়ে কয় যে ধৰ্মীয় বশ্যতা, ৰক্ষণশীলতা, পৰিবৰ্তন-ভীতি, কৰ্ম-বিমুখতা, আৰু উদ্যোগৰ অভাৱ প্ৰাচ্যৰ উন্নয়নমুখী দেশবোৰৰ জনসাধাৰণৰ ভিতৰত স্বাভাৱিকভাৱে নিহিত আছে। আৰু সেইকাৰণেই, তেওঁলোকে দাবী কৰে, এইবোৰত ক্ষিপ্ৰ অৰ্থনৈতিক বিকাশ অসম্ভৱ।

এই প্ৰকৃতিৰ ভাবধাৰাবোৰ জাতিগত তত্ত্বৰ এটা অংশ—শ্বেতকায় মানুহৰ শ্ৰেষ্ঠতাত এক বিশ্বাস। এইবোৰ অতি প্ৰতিক্ৰিয়াশীল আৰু এইবোৰৰ কোনো বৈজ্ঞানিক ভিত্তি নাই। যেইকোনো অংশৰ জনসাধাৰণৰ নমনীয় প্ৰকৃতি নিৰ্ভৰ কৰে তেওঁলোকৰ জীৱনৰ সামাজিক পৰিবেশৰ ওপৰত আৰু সামাজিক জীৱনৰ পৰিবৰ্তনৰ লগে লগে ইয়াৰো পৰিবৰ্তন হ'ব। যেইকোনো জাতিৰে নিজৰ দেশৰ ৰূপান্তৰ সাধনৰ কাৰণে শক্তি, ক্ষমতা আৰু স্বাভাৱিক বুদ্ধি আছে। মাত্ৰ

দুটা চৰ্ত পূৰণ হোৱা প্ৰয়োজন—জনসাধাৰণ তেওঁলোকৰ দেশৰ গৰাকী হ'ব লাগিব আৰু সাম্ৰাজ্যবাদীবোৰে তেওঁলোকক তেওঁলোকৰ নিজ স্বাৰ্থৰ বাবে কাম কৰাত বাধা দিব নালাগিব।

আগৰ ঔপনিবেশিকতাবাদৰপৰা সম্পূৰ্ণ পৃথকভাৱে, নব্য ঔপনিবেশিকতাবাদে জাতিগঠন আৰু জাতীয় আত্মনিয়ন্ত্ৰণাধিকাৰৰ দেখ দেখ বিৰোধিতা নকৰে। কিন্তু সি জাতীয় সাৰ্বভৌমত্বৰ নীতিকেই জঘন্যভাৱে আক্ৰমণ কৰে। ঔপনিবেশিকতাবাদীবোৰে দাবী কৰে জাতীয় স্বতন্ত্ৰতাৰ কাৰণে ইচ্ছা এক অতীতৰ বস্তু আৰু সামাজিক বিকাশত এক প্ৰতিক্ৰিয়াশীল মনোভাব। ডি গ্ৰাউলে নামৰ এক ইংৰাজ ঐতিহাসিকে কৈছে যে, অনগ্ৰসৰ দেশবোৰত বিকাশমান জাতীয়তাবাদ, আৰু অগ্ৰসৰ দেশবোৰত পুৰণা ৰেহৰ জাতীয়তাবাদৰ বিসৰ্জন আৰু আন্তৰ্জাতিকতাবাদৰ প্ৰতি প্ৰয়াস, আধুনিক যুগত এই দুই বিৰুদ্ধ মনোভাবৰ মাজত সংঘৰ্ষ সিদ্ধান্তকাৰী হৈছে।

এমেৰিকা যুক্তৰাষ্ট্ৰৰ অধ্যাপক গিলাটৰ মতে জাতীয় সাৰ্বভৌমত্বৰ ভাৱধাৰাই, পশ্চিম ইউৰোপৰ যিবোৰ শক্তিৰ ওপৰত 'মুক্ত দুনীয়া"ৰ আশা নিৰ্ভৰ কৰিছে তেনে অসংখ্য অগ্ৰসৰ শক্তিৰ বাবে অতি প্ৰয়োজনীয় সম্পদ ৰক্ষণৰ ক্ষেত্ৰত এক গুৰুতৰ বিপদৰ সৃষ্টি কৰে। আন এজন এমেৰিকান সমাজবিজ্ঞানী ই, বগাৰদেচে কৈছে কৃষ্টি আৰু জীৱনৰক্ষাৰ এক অস্ত্ৰ হিচাপে জাতীয় ৰাষ্ট্ৰ আজি পুৰাকালৰ হৈ পৰিছে। এই 'তত্ত্ব" আৰু দুটাভাৱে আগবঢ়াইছে এমেৰিকান সমাজবিজ্ঞানী এ বাৰ্লে, তেওঁৰ মতে জাতীয় ৰাষ্ট্ৰবোৰৰ ভৌগোলিক সীমাৰ গুৰুত্ব ন্যূন পৰিমাণে হ্ৰাস পাইছে।

তাৰ ঘৰুৱা সীমাৰ ভিতৰত একচেটিয়া পুঁজিৰ কাৰণে প্ৰকৃততে যথেষ্ট পৰিমাণে থল নাই—আৰু ই বহুদেশৰ জনসাধাৰণক শোষণৰ শক্তি হিচাপে নিজকে পুনৰুৎপাদন কৰিছে। সেই কাৰণে একচেটিয়া পুঁজিৰ চৰিত্ৰ কস্মপলিটান হৈ পৰিছে, আৰু সি নিজৰ আৰু বিদেশৰ সীমা অতিক্ৰম কৰিবৰ কাৰণে সম্ভৱপৰ সকলোখিনি কৰে। স্পষ্টতঃ যিমানেই উৎপাদন আৰু মূলধনৰ কেন্দ্ৰীকৰণ হয়, সিমানেই এই প্ৰৱণতা বৃদ্ধি হয়।

কিন্তু যোৱা সময়ৰ উপনিবেশৰ স্বাৰ্থ একচেটিয়া পুঁজিৰ উপনিবেশৰ স্বাৰ্থৰ পৰা সম্পূৰ্ণ পৃথক। উন্নয়নমুখী দেশবোৰৰ জাতীয়তাবাদ তাৰ অৰ্থনৈতিক

প্ৰকৃতিত সাম্ৰাজ্যবাদৰ বিৰোধী আৰু সি জাতীয় উৎপাদিকাশক্তিসমূহৰ বিকাশ আগবঢ়ায়। তাৰ আদৰ্শগত আৰু ৰাজনৈতিক অৰ্থবোধত সি জাতীয় গৌৰৱ, আৰু মানবীয় মৰ্যাদাবোধ পুনৰুজ্জীৱিত কৰে, আৰু শ্ৰমজীৱী জনসাধাৰণক গণতান্ত্ৰিক অধিকাৰৰ কাৰণে আৰু সক্ৰিয় সংগ্ৰাম কৰিবলৈ অনুপ্ৰাণিত কৰে। উন্নয়নমুখী দেশবোৰৰ জাতীয়তাবাদে বহুতো প্ৰগতিশীল ধাৰা ৰক্ষা কৰিছে আৰু উৎপীড়নৰ বিৰুদ্ধে চালিত গণতান্ত্ৰিক উপাদান তাৰ মাজত আছে। একচেটিয়া বুৰ্জোৱাই, সেইহেতুকে, নব্য স্বাধীন দেশবোৰত জাতীয়তাবাদক হেয় কৰিবলৈ আৰু সেই দেশবোৰৰ নীতি বুৰ্জোৱা কস্মপলিটানবাদৰ ফালে নিবলৈ সৰ্বতোপ্ৰকাৰে চেষ্টা কৰাৰ পিছত গধুৰ কাৰণ আছে।

জাতীয়তাবাদৰ প্ৰগতিশীল দিশৰ ওপৰত জোৰ দিয়াৰ সময়ত মাৰ্ক্সবাদী সকলে এই কথা কেতিয়াও নাপাহৰে যে তাৰ আনটো দিশে প্ৰতিক্ৰিয়াশীল শোষকবোৰৰ উচ্চতৰ জাতীয় বুৰ্জোৱাৰ স্বাৰ্থ আৰু আদৰ্শ ব্যক্ত কৰে। যদি কোনো এখন দেশত জাতীয়তাবাদে নিজৰ জাতি বা জাতীয় সমষ্টিক আন জাতি বা জাতীয় সমষ্টিৰ ওপৰত স্থাপন কৰে, তেনেহলে সি জনসাধাৰণৰ কাৰণে সীমাহীন দুৰ্ভাগ্য মাতি আনিব পাৰে। হিটলাৰৰ জাতীয় সমাজতন্ত্ৰই ঠিক ইয়াকেই কৰিছিল আৰু সেই কাৰণে মানৱতাক দ্বিতীয় মহাযুদ্ধৰ বুকুলৈ ঠেলি দিলে—যি মহাযুদ্ধই কোটি কোটি মানুহৰ জীৱন নাশ কৰিলে। আমাৰ আণৱিক, যুগত যি জাতীয়তাবাদে নিজ জাতিক আন আন জাতিৰ ওপৰত স্থান দিয়ে, তেনে জাতীয়তাবাদৰ হকে আন্তৰ্জাতিকতাবাদ বিসৰ্জন দিয়াৰ পৰিণাম আৰু অধিকতৰ অংশ জনসাধাৰণৰ বাবে তাতোকৈও বেছি ভয়াবহ হবে পাৰে।

আজি পৃথিবীৰ সকলো সৎ, ৰাজনৈতিকভাবে সচেতন মানুহেই দুখন ৰণাঙ্গনত যুদ্ধ কৰা উচিত, ই এক গুৰুত্বপূৰ্ণ কথা। তেওঁলোকে যিবোৰ সাম্ৰাজ্যবাদী তত্ত্বই দাবী কৰে যে জাতীয় সাৰ্বভৌমত্ব অপ্ৰচলিত হৈ পৰিছে সেইবোৰৰ বিৰোধিতা কৰা উচিত আৰু আগৰ উৎপীড়িত জাতিসমূহৰ এক স্বাধীন, জাতীয় সত্তাৰ বাবে অধিকাৰ সমৰ্থন কৰা উচিত। লগে লগে তেওঁলোকে কোনো জাতীৰ পক্ষে আত্মাভিমানৰ প্ৰৱণতাৰ বিৰোধিতা কৰা উচিত আৰু সকলো জাতীয় ৰাষ্ট্ৰৰ স্বাধীনতা আৰু সমতা সমৰ্থন কৰা উচিত।

যাইহওক, আমি এই ধৰি লব লাগিব যে নব্য-ঔপনিবেশিকতাবাদে

সামৰিক চক্ৰৰ সিহঁতৰ আগৰ পন্থাবোৰ সম্পূৰ্ণৰূপে ত্যাগ কৰিছে। ঔপনিবেশিক শাসনব্যৱস্থাৰ সমৰ্থনত সাম্ৰাজ্যবাদীবোৰে সশস্ত্ৰ বাহিনী ব্যৱহাৰ কৰিবলৈ এতিয়াও প্ৰস্তুত। এমেৰিকান সাম্ৰাজ্যবাদীবোৰে বলপ্ৰয়োগ কৰি কিউবাৰ বিপ্লৱৰ টেঁটু চেপি ধৰিবলৈ চেষ্টা কৰিছিল, কোৰিয়াৰ বিৰুদ্ধে সিহঁতে এক সশস্ত্ৰ হস্তক্ষেপ চলাইছিল আৰু সেই দেশৰ দক্ষিণাংশত এক জনবিৰোধী পুতলা চৰকাৰক সমৰ্থন দি আহিছে। দক্ষিণ ভিয়েৎনামৰ জনসাধাৰণৰ বিৰুদ্ধে নিৰ্লজ্জ সামৰিক অভিযানৰ কথা বাদ দিলেও লাওচৰ ঘটনাৱলীও এমেৰিকাৰ সশস্ত্ৰ হস্তক্ষেপে সেইদেশৰ শান্তিপূৰ্ণ একীকৰণত বাধা জন্মাইছে। ভিয়েৎনামৰ এই ঔপনিবেশিক যুদ্ধৰ নিৰৱচ্ছিন্নতাৰ মাত্ৰা বৃদ্ধি, গণতান্ত্ৰিক ভিয়েৎনাম প্ৰজাতন্ত্ৰৰ শান্তিপূৰ্ণ গাঁও আৰু চহৰৰ ওপৰত বোমা-বৰ্ষণ, শস্য ক্ষেত্ৰৰ ধ্বংস আৰু বিষাক্ত বস্তুৰ ব্যৱহাৰ—এই সকু অথচ গৌৰৱবোধ সম্পন্ন জাতিটোক দমন কৰিবলৈ যিকোনোৰ ব্যৱহাৰ—এই সকলোবোৰে প্ৰমাণ কৰে যে ঔপনিবেশিকতাবাদীবোৰে সিহঁতৰ পুৰণা পদ্ধতি পৰিত্যাগ কৰা নাই। সিহঁতে একচেটিয়া পুঁজিৰ আধিপত্যৰ পক্ষে কোনো প্ৰকৃত বিপদৰ সম্মুখীন হলেই সেইবোৰৰ আশ্ৰয় লয়।

ইয়াৰ বাদেও আদৰ্শগত ভিত্তিত পুৰণা ঔপনিবেশিকতাক ন্যায্য প্ৰতিপন্ন কৰিবলৈ অনবৰত চেষ্টা কৰা হয়। নিউইয়ৰ্ক বিশ্ববিদ্যালয়ৰ অধ্যাপক আদামে উন্মুকিয়াইছে যে ঔপনিবেশিকতাবাদৰ ধাৰণাটোকেই সলনি কৰা উচিত। তেওঁ দঢ়াই কৈছে যে ঔপনিবেশিকতাবাদ এনে এক সংজ্ঞা যাক প্ৰয়োগ কৰা হৈছিল পৃথিবীৰ কম উন্নত অঞ্চলবোৰত পশ্চিমীয়া কৃষ্টিৰ ঐতিহাসিক প্ৰজননৰ বাবে, ঔপনিবেশিকতাবাদ কৃষ্টিৰ সংযোগ আৰু বিভিন্ন কৃষ্টিৰ পাৰস্পৰিক ক্ৰিয়াৰ এক পদ্ধতি, আৰু ই কম উন্নত দেশবোৰৰ লগত শিল্পসমৃদ্ধ দেশবোৰৰ সংযোগৰ প্ৰতিনিধিত্ব কৰিছে। এনেবোৰেই অতি সৰল "বৈজ্ঞানিক" পদ্ধতি যাৰ সহায়ত সাম্ৰাজ্যবাদৰ আদৰ্শবাহীবোৰ কোটি কোটি মানুহৰ ৰক্ত আৰু দুৰ্দশাৰ দ্বাৰা কলঙ্কিত ঔপনিবেশিকতাবাদৰ ঘৃণনীয় ইতিহাস সম্পূৰ্ণৰূপে মচি পেলাব বিচাৰে।

ঔপনিবেশিকতাবাদক গুণানুকীৰ্তনকাৰীবোৰে দঢ়াই কয় যে কেৱল পুৰণি কালতহে সাম্ৰাজ্যবাদে উপনিবেশবোৰক শোষণ কৰিছিল আৰু আজি পৰিস্থিতি

সম্পূর্ণ বেলেগ—তেওঁলোকে কয়, ঔপনিবেশিকতাবাদ বিলুপ্ত হৈছে। ইয়াৰপৰা তেওঁলোকে এই সিদ্ধান্তলৈ আহে যে আজি ঔপনিবেশিকতাবাদৰ বিৰুদ্ধে যুঁজ কৰা হাস্যস্কৰ।

বৃটেনৰ 'লেবাৰ' আন্দোলনৰ তাত্ত্বিক জন, ষ্ট্ৰাচিয়ে তেওঁৰ 'মডাৰ্ন কেপিটেলিজম' আৰু 'দি এ'ণ্ড অফ এমপায়াৰ' আদি কিতাপত নিম্নোক্ত দুটা তত্ত্ব আগবঢাইছে। প্ৰথমটো হৈছে যে আধুনিক পুঁজিবাদৰ সংস্থাত এমেৰিকা আৰু বৃটেনৰ নিচিনা দেশত "গণতান্ত্ৰিক শক্তিব্লোৰ"ৰ প্ৰচেষ্টাৰ ফলত অৰ্থনীতি আৰু জাতীয় আয়ৰ বিতৰণত এনে প্ৰধান প্ৰধান পৰিবৰ্তন হৈছে যে উদ্বৃত্ত মূলধন অদৃশ্য হৈছে আৰু মূলধন ৰপ্তানি অপ্ৰয়োজনীয় হৈছে। ইয়াৰ ফলত ঔপনিবেশিক শোষণৰ অৰ্থনৈতিক ভিত্তি এটা অতীতৰ কথা হৈ পৰিছে। ষ্ট্ৰাচিৰ মতে, এই সিদ্ধান্ত হয় যে অগ্ৰসৰ দেশবোৰৰ কাৰণে ঔপনিবেশিকতাবাদ অপ্ৰয়োজনীয় হৈ পৰিছে আৰু গতিকে তাৰ স্বাভাবিক মৃত্যু ঘটিছে। "সাম্ৰাজ্যিক-ভগ্নীকৰণ"ৰ যুগ আৰম্ভ হৈছে।

দ্বিতীয় সিদ্ধান্ত হৈছে এই যদিও ঔপনিবেশিকতাবাদীবোৰে খোলাখুলি ৰাজনৈতিক শাসন নোহোৱাকৈ নতুন ৰাষ্ট্ৰীয় স্বাধীনতা অৰ্জন কৰা জনসাধাৰণৰ শোষণ কৰা সম্ভৱপৰ, এই শোষণৰ পদ্ধতি অস্থিৰ আৰু সাময়িক।

আজিৰ বাস্তৱ অৱস্থাই এই দুয়োটা সিদ্ধান্তকেই ভুল প্ৰমাণিত কৰে। অভিজ্ঞতাই দেখুৱায় যে কোনো শোষণ-ব্যৱস্থাই আপোনাআপুনি ভাগি পৰা নাই। বিপৰীতপক্ষে ঔপনিবেশিকতাবাদীবোৰে ঔপনিবেশিক ব্যৱস্থা নতুন ৰূপত ৰক্ষা কৰিবলৈ সম্ভৱপৰ সকলো চেষ্টা কৰিছে।

নামত স্বাধীন লেটিন এমেৰিকাৰ দেশবোৰৰ যুগ যুগ ধৰি দাসত্বই ষ্ট্ৰাচিৰ দ্বিতীয় সিদ্ধান্ত খণ্ডন কৰিছে।

'কচেটিয়াৰ ওকালতি কৰাবোৰে সিহঁতৰ সমসাময়িক মানুহৰ ৰায় গ্ৰহণ নকৰে। সিহঁতে আশা কৰে যে ভৱিষ্যতৰ চামবোৰে সিহঁতক পুনঃসংস্থাপন কৰিব আৰু ঔপনিবেশিকতাৰ "সভ্যকাৰী" ভূমিকাৰ সাৰ্থক মূল্যায়ন কৰিব। কিন্তু সিহঁতৰ আশা বৃথা। মানুহে মানুহক কৰা শোষণৰপৰা মুক্ত ভৱিষ্যৎ সমাজে ঔপনিবেশিকতাই মৰিমূৰ কৰা কোটি কোটি মানুহক, কল্যাণৰ আশাহীনতা,

দাৰিদ্ৰ্য আৰু ভৱিষ্যতৰ অনন্ত ভীতি, হতাশ আৰু দাসত্বত কটোৱা লক্ষ কোটি জীৱনক, সদায় মনত ৰাখিব। আমাৰ বংশধৰসকলে আমাৰ সম-সাময়িক সকলৰ দৰেই ঔপনিবেশিকতাৰ সমৰ্থকবোৰক প্ৰবল গৰিহণা দিব।

নব্য ঔপনিবেশিকতাবাদীবোৰে প্ৰযোগ কৰা আন এক আদৰ্শগত অস্ত্ৰ হৈছে কমিউনিষ্ট-বিৰোধিতা—সিহঁতে মাৰ্ক্সবাদ লেনিনবাদৰ তত্ত্বক, সমাজতান্ত্ৰিক গঠনৰ অভিজ্ঞতাক ইচ্ছাকৃতভাৱে বিকৃত কৰে আৰু পুঁজিবাদৰ প্ৰশংসাত পঞ্চমুখ হৈ উঠে যাতে বৈপ্লৱিক শক্তিসমূহক দুৰ্বল কৰিব পৰা যায়। কমিউনিষ্টসকলৰ গাত অচিন মত আৰু আঁচনি আৰোপ কৰি, ইয়াৰ আগতে অজ্ঞাত এক নতুন সমাজতান্ত্ৰিক সমাজ গঠনত হোৱা দুই চাৰিটা ভুল আৰু বিচ্যুতি অতিৰঞ্জন কৰি, আৰু আনকি সঘনে এনে "দোষ" আবিষ্কাৰ কৰি কমিউনিষ্ট বিৰোধিতাৰ আদৰ্শবাহীবোৰে কিশোৰ জাতীয় ৰাষ্ট্ৰবোৰত পুঁজিবাদী বিকাশৰ সমৰ্থকবোৰৰ অবস্থান সুদৃঢ় কৰিববলৈ, পুৰণা পৃথিবীৰ বিৰুদ্ধে সংগ্ৰাম কৰা শক্তিসমূহক বিভক্ত কৰিববলৈ, শ্ৰমিকসকলক ভয় খুৱাই সমাজতন্ত্ৰৰপৰা আঁতৰাই আনিববলৈ আৰু দৃঢ়-প্ৰত্যয় নথকা বা ৰাজনৈতিকভাৱে শিক্ষিত নোহোৱা জনসাধাৰণক সিহঁতৰ পক্ষলৈ টানিববলৈ সততে চেষ্টা কৰে।

কমিউনিষ্ট-বিৰোধিতাৰ প্ৰেৰণা-দাতাবোৰে তেওঁলোকৰ দৃষ্টিভঙ্গীৰ হৈ কোনো যুক্তি নিদিযে। তেওঁলোকে মাত্ৰ এইবোৰ উচ্চাৰণ কৰে এই আশাত যে মানুহৰ মাৰ্ক্সবাদ সম্পৰ্কে কোনো সুস্পষ্ট ধাৰণা নাই।

তেওঁলোকৰ এটা প্ৰধান মনেপতা সিদ্ধান্ত হ'ল এয়ে যে "কমিউনিষ্টসকলৰ লক্ষ্য হ'ল পৃথিৱী জয় কৰা"। এই "অবিস বাদিত মত"ৰ উদ্ধাৰক হৈছে আগৰ এমেৰিকাৰ ৰাষ্ট্ৰপতিৰ প্ৰাৰ্থী আৰু "উন্মাদ মানুহবোৰ"ৰ নেতা বেৰি গল্ডৱাটাৰ। মৰ্ক্সবাদীসকলে বাহিৰৰ সামৰিক হস্তক্ষেপৰ জৰিয়তে জাপি দিয়া বিপ্লৱৰ ধাৰণাৰ সদাযেই বিৰোধিতা কৰি আহিছে। মাৰ্ক্সবাদে বৈজ্ঞানিক ভাৱে প্ৰমাণ কৰিছে যে পুঁজিবাদৰ দিন কেতিয়াবাই উকলি গৈছে, আৰু সি অবলুপ্ত হ'ব ঠিক যেনেকৈ আদিম-সাম্যবাদী ব্যৱস্থা, দাস মালিকানা, আৰু সামন্ততন্ত্ৰ ইতিহাসৰ বুকুৰ-পৰা অপসৃত হৈছে। সমাজবিকাশৰ নিয়মানুসাৰে পুঁজিবাদৰ স্থান ল'ব সমাজতান্ত্ৰিক ব্যৱস্থাই, যিং ব্যৱস্থা অৰ্থনৈতিকভাৱে অধিকতৰ শক্তিশালী, অধিকতৰ প্ৰগতিশীল, আৰু সকলো মানুহকেই এক উন্নত জীৱনৰ সম্ভাৱনা

আনি দিবলৈ সক্ষম। কিন্তু ই আপোনা-আপুনি নাহে। জনসাধাৰণে [illegible] ইয়াৰ কাৰণে প্ৰস্তুত হব তেতিয়াহে ই আহিব আৰু জনসাধাৰণে নিজেই তেওঁলোকৰ দেশত সমাজতন্ত্ৰ প্ৰতিষ্ঠা কৰিব। এই মাৰ্ক্সীয় ধাৰণাৰ ভিতৰত সামৰিক বলত বিশ্বজয় কৰাৰ সামান্য সঙ্কেতো নাই।

মাৰ্ক্সবাদৰ বিকৃতি ব্যৱহাৰিক উদ্দেশ্যত বিশেষ সহায়ক। কমিউনিষ্ট বিৰোধিতাৰ আদৰ্শবাহীবোৰে যুক্তি দিয়ে যে যেহেতু কমিউনিষ্ট সকলে সশস্ত্ৰ শক্তিৰে পৃথিবী দখল কৰিব বিচাৰে, ইয়াৰ প্ৰতিৰোধ কৰিব লাগিব। কমিউনিষ্ট বিৰোধীবোৰে নিজেই তাক দখল কৰা উচিত, তেওঁলোকৰ যুদ্ধঘাঁটি আৰু সশস্ত্ৰ বাহিনী গোটেই পৃথিবীতে স্থাপন কৰিব লাগিব আৰু পুৰণা ব্যৱস্থাৰ পতন ঘটাব পৰা বিপ্লৱী আন্দোলন দমন কৰা উচিত।

আন এটা কমিউনিষ্ট-বিৰোধী মনেপতা সিদ্ধান্ত হ'ল "আন্তৰ্জাতিক কমিউনিষ্ট ষড়যন্ত্ৰৰ" এক অস্তিত্ব সম্পৰ্কে। কোনো প্ৰমাণ দিয়া নহয় আৰু আচলতে কোনো প্ৰমাণেই নাই। কমিউনিষ্টসকলৰ আদৰ্শগত মতৈক্য পৃথিবীত সুখ আৰু শান্তিৰ কাৰণে সংগ্ৰামত লিপ্ত বেলেগ বেলেগ দেশৰ সদৃশ মনৰ যুঁজাৰুসকলৰ এক ধৰজা আৰু ই কোনো ষডযন্ত্ৰ নহয়। পৃথিবীত এনে অসংখ্য সংগঠন আছে যিবোৰে একে মতৰ মানুহবোৰক ঐক্যৱদ্ধ কৰে আৰু যিমান সংখ্যক সম্ভৱ মানুহক জয় কৰি আনিবলৈ প্ৰয়াস কৰে।

আন্তৰ্জাতিক কমিউনিষ্ট আন্দোলন যে আমাৰ সময়ৰ এক আটাইতকৈ প্ৰবল শক্তিত পৰিণত হৈছে, কমিউনিষ্ট ভাবধাৰাৰ শক্তি আৰু সত্যতা শ্ৰমজীৱী মানুহৰ কাৰণে কৰা তাৰ কাম আৰু পুঁজিবাদী ব্যৱস্থাই নিজে সাম্যবাদৰ আদৰ্শৰ কাৰণে সংগ্ৰামৰ পথলৈ উৎপীড়িত জনসাধাৰণক ঠেলি দিয়া কথা, এই সকলোবোৰৰ দ্বাৰা তাৰ কাৰণে ব্যাখ্যা কৰিব লাগিব।

কিন্তু কমিউনিষ্ট বিৰোধিতাৰ আদৰ্শবাহীবোৰৰ এক কমিউনিষ্ট ষড়যন্ত্ৰৰ কাহিনীৰ প্ৰযোজন হয়, সামাজিক আৰু ৰাজনৈতিক জোঁটৰ ভিতৰত প্ৰতিক্ৰিয়াৰ শক্তিবোৰৰ আন্তৰ্জাতিক ঐক্যৰ আদৰ্শগত ন্যায্য প্ৰতিপন্নতাৰ কাৰণে। আৰু এই ৰাজনৈতিক সামৰিক জোঁটবোৰৰ ঘোষিত উদ্দেশ্য হৈছে "পাৰস্পৰিক নিৰাপত্তা সুনিশ্চিত কৰা" অৰ্থাৎ জাতীয় বিপ্লৱবোৰ দমন কৰা।

আন এটা অভিযোগ হ'ল, মাৰ্ক্সবাদীসকলে "তেওঁলোকৰ লক্ষ্যত উপনীত

হবাৰ কাৰণে হিচাপে আঙুলি-দাঙি। এই অভিযোগ পুঁজিবাদী ৰাষ্ট্ৰৰ সকলো দেশতে আৰু বিশেষকৈ, য'ত পুঁজিবাদী ব্যৱস্থা জনসাধাৰণৰ দ্বাৰা বিপদগ্ৰস্ত হৈছে তেনে দেশত কমিউনিষ্টসকলৰ প্ৰতি আচৰণ কৰা হিংসাক ন্যায্য প্ৰতিপন্ন কৰিবলৈ ব্যৱহাৰ কৰা হয়।

নব্য-ঔপনিবেশিকতাবাদৰ এনেবোৰেই প্ৰধান প্ৰধান দিশ। ই এনে এক নীতি যাৰ লক্ষ হ'ল নতুনকৈ স্বাধীন হোৱা দেশবোৰক পুঁজিবাদী বিশ্ব অৰ্থনীতিৰ আৱৰ্তৰ ভিতৰত ৰখা। আৰু আচলতে সিবোৰৰ দাসত্ব চিৰস্থায়ী কৰা।

নবভূত দেশবোৰৰ পুৰণা ব্যৱস্থাৰ সত্তাৰ ভিতৰত বিকাশ এক নিৰ্দিষ্ট চৰিত্ৰ সম্পন্ন আৰু তাৰ তিনিটা বৈশিষ্টপূৰ্ণ দিশ আছে। সেয়ে হ'ল বিকাশৰ চৰম মন্থৰতা, সাম্ৰাজ্যবাদৰ কবলৰপৰা অৰ্থনৈতিক মুক্তিৰ মৌলিক কামৰ অসম্পূৰ্ণ সমাধান, আৰু তাৰ ফলত জনসাধাৰণৰ ওপৰত ই জাপি দিয়া বোজা।

বহুজাতিৰ ভাগ্যই এই কথাৰ তৰ্কাতীত প্ৰমাণ দিছে। লেটিন এমেৰিকাৰ দেশবোৰ ডেৰ শতিকা জুৰি স্বাধীন হৈ আছে। তৎসত্ত্বেও, কিউবাক বাদ দি সকলো লেটিন এমেৰিকাৰ দেশ সাম্ৰাজ্যবাদৰ ওপৰত ৰাজনৈতিক-অৰ্থনৈতিক নিৰ্ভৰতাৰ পাশত মেৰ খাই আছে। এমেৰিকান একচেটিয়াবোৰে আনদেশলৈ ৰপ্তানি কৰা মূলধনৰ এক-তৃতীয়াংশতকৈও বেছি লেটিন এমেৰিকাত আছে। মহাদেশখনৰ গুৰুত্বসম্পন্ন খনিজ বস্তু আছে—যিবোৰ এমেৰিকান একচেটিয়া-বোৰৰ কাৰণে আহৰণ কৰা হয়,—এইবোৰৰ ভিতৰত আছে টিন, তাম, টাংষ্টেন, মখাৰ, তেল আৰু অন্যান্য। জনসাধাৰণে দাসৰ দৰে খাটিব লগা হয়। আৰু তেওঁলোকে তাৰবাবে কি পায়? তলত তেওঁলোকৰ জীৱন ধাৰণ পৰিস্থিতিৰ নিদৰ্শন কেইটামান তথ্য দিয়া হৈছে—গাঁৱৰ জনসাধাৰণৰ এক সামান্যতম অংশৰহে মাটি আছে, কৃষি আৰু বনজ সম্পদ আৰু পোহা জন্তুৰ দুই-তৃতীয়াংশৰ গৰাকী হ'ল এমুঠি স্থানীয় সামন্ত শাসক বা বিদেশী কোম্পানীবোৰ, জনসংখ্যাৰ দুই-তৃতীয়াংশ অৰ্ধাহাৰী, আৰু কোনো কোনো প্ৰদেশৰ মানুহে দীৰ্ঘস্থায়ী অনাহৰত ভুগি আছে, জনসংখ্যাৰ আধাই অ-পুষ্টিজনিত বেমাৰত ভোগে; মাত্ৰ এক-তৃতীয়াংশ জনসংখ্যাই সামাজিক কল্যাণ লাভ কৰে, তিনি-চতুৰ্থাংশ জনসাধাৰণ নিৰক্ষৰ।

লেটিন এমেৰিকাৰ ঠিক এই কোটি কোটি দৰিদ্ৰ, ক্ষুধাতুৰ, আৰু কগ্ন জনসাধাৰণক শুহি এমেৰিকান সাম্ৰাজ্যবাদীবোৰে সিহঁতৰ মূলধনৰ ওপৰত তিনিহাজাৰ নিযুত ডলাৰ লাভ চেপি উলিয়ায়—এই লাভ গোটেই মহাদেশৰ জাতীয় আয়ৰ দহভাগৰ এভাগ।

এয়াই হ'ল নব্য-ঔপনিবেশিকতাবাদ আৰু নবোদ্ভূত দেশবোৰৰ ওপৰত ই বৰষা "আশীৰ্বাদ"।

# সামৰণি

সাম্ৰাজ্যবাদৰ অস্তগমনে এক নতুন যুগৰ সূচনা কৰিছে। প্ৰায় পঞ্চাশ বছৰৰ আগতে লেনিনে লিখিছিল যে পুঁজিবাদৰ একচেটিয়া আৰু বিত্তীয় কৌলিন্য ব্যৱস্থাৰ আধিপত্যলৈ উত্তৰণে পুঁজিবাদী যুগৰ এক গতি পৰিবৰ্তন সূচালে আৰু পুঁজিবাদে তাৰ শীৰ্ষবিন্দু অতিক্ৰম কৰিলে আৰু সি তাৰ শেষ স্তৰত উপনীত হ'ল। অধিকতৰ প্ৰগতিশীল এক সামাজিক অৰ্থনৈতিক ব্যৱস্থাৰ দ্বাৰা তাক স্থানচ্যুত কৰাৰ সময় আহি পৰিল।

লেনিনে যেতিয়া শতিকাৰ আৰম্ভণিত সাম্ৰাজ্যবাদক পুঁজিবাদৰ শেষ স্তৰ বুলি আৰু সমাজতান্ত্ৰিক বিপ্লৱৰ প্ৰাকমুহূৰ্ত বুলি ব্যাখ্যা কৰিছিল, তেতিয়া বিত্তীয় কুলীন গোষ্ঠীয়ে সম্পূৰ্ণ বিশ্ব-আধিপত্য উপভোগ কৰিছিল। তেতিয়া সাম্ৰাজ্যবাদ পৃথিবীৰ সকলো সম্পদৰ এক সৰ্ব-শক্তিমান, প্ৰতিবন্ধকহীন গৰাকী আছিল। এনে ধাৰণা হোৱাও সম্ভৱ আছিল যে সাম্ৰাজ্যবাদে পুঁজিবাদৰ অধঃপতন সূচাইছিল বুলি কোৱা কথাটো সত্যৰ বিকৃতি, যেহেতু বিশ্ব একচেটিয়া পুঁজি সৰ্বশক্তিমান আছিল।

তাৰ পাছত অৰ্ধ শতাব্দী পাৰ হৈছে। লেনিনৰ আৱিষ্কাৰৰ সত্যতা সকলোৰে ওচৰত সবল হৈ পৰিছে। মানৱজাতিৰ এক তৃতীয়াংশই চিৰকালৰ কাৰণে পুঁজিবাদক শেষ কৰিছে। পুঁজিবাদী বিশ্বৰ বৃহত্তৰ জনসংখ্যা অধ্যুষিত ঔপনিবেশিক আৰু পৰাধীন দেশবোৰ ঔপনিবেশিক ব্যৱস্থাৰ বিৰুদ্ধে জাগি উঠিছে। ক্ৰমান্বয়ে বেছি পৰিমাণ কিশোৰ স্বাধীন ৰাষ্ট্ৰবোৰে সিবোৰৰ জীৱন গঢ়ি তোলাৰ ভিত্তি হিচাপে পুঁজিবাদক বৰ্জন কৰিছে আৰু অ-পুঁজিবাদী বিকাশৰ পথ লৈছে।

অগ্ৰসৰ পুঁজিবাদী দেশবোৰতো একচেটিয়া বুৰ্জোৱাৰ আধিপত্যক শক্তিশালী আঘাত কৰা হৈছে। বিত্তীয় কুলীন গোষ্ঠীয়ে শ্ৰমিকসকলৰ জীৱনক লৈ আৰু আগৰদৰে খেলা কৰিব নোৱাৰে আৰু নতুন ঐতিহাসিক পৰিস্থিতিৰ লগত

খাপ খুৱাই চলিব লগা হৈছে—এই নতুন পৰিস্থিতি হ'ল সমাজতান্ত্ৰিক শিবিৰৰ আৰু পৃথিৱীৰ বৈপ্লৱিক শক্তিসমূহৰ অগ্ৰগতি।

তাৰ অস্তিত্বৰ প্ৰায় এহেজাৰ বছৰ ধৰি মানুহে বহুতো দুৰ্বাৰ গতিৰ বিপ্লৱৰ সাক্ষী হৈছে কিন্তু অতীতৰ সকলো বিপ্লৱেই—দাসবোৰৰ অভ্যুত্থান, মধ্যযুগৰ কৃষক বিদ্ৰোহ, বৃটেনৰ বুৰ্জোৱা বিপ্লৱ আৰু ১৮শ শতিকাৰ শেষ আৰু ১৯শ শতিকাৰ আৰম্ভণিৰ ফৰাচী বিপ্লৱ—এই সকলোবোৰে পৃথিৱীৰ কিছুমান জনসাধাৰণকহে চুইছিল। বিংশ শতিকাৰ আৰম্ভণিতে পৃথিৱী জোৰা এক শোষণ ব্যৱস্থালৈ ৰূপান্তৰিত হৈ সাম্ৰাজ্যবাদে বিশ্ব বিপ্লৱ অৱধাৰিত কৰি তুলিলে।

কিন্তু পুৰণিয়ে ইচ্ছাকৃতভাৱে বাট এৰি নিদিয়ে। সাম্ৰাজ্যবাদে পুৰণি পৃথিৱীৰ সকলো শক্তি সমাৱেশ কৰিছে আৰু সুযোগ-সুবিধা আৰু জৰাজীৰ্ণ ব্যৱস্থাটো ৰক্ষা কৰিবলৈ। এই সকলোবোৰ শক্তিৰ নেতৃত্ব লৈছে অধিকতৰ প্ৰতিক্ৰীয়াশীল এমেৰিকান সাম্ৰাজ্যবাদে যি সামাজিক বিপ্লৱৰ হাতৰপৰা সকলো প্ৰকাৰে—কূটনৈতিক চাল, অৰ্থনৈতিক হেঁচা—পুৰণি পৃথিৱীক ৰক্ষা কৰিবৰ কাৰণে বিশ্ব-পুলিচৰ ভূমিকা লৈছে। এই অৰ্থনৈতিক হেঁচা "স্বাধীনতা" আৰু "গণতন্ত্ৰ" ৰক্ষাৰ ছদ্মাৱৰণত বৈপ্লৱিক আন্দোলন দমন কৰিবলৈ ব্যৱহৃত হৈছে।

এমেৰিকান সাম্ৰাজ্যবাদীবোৰে দ্বিতীয় মহাযুদ্ধৰ শেষৰপৰা সামৰিক উদ্দেশ্যত ১,০০০ হাজাৰ নিযুত ডলাৰৰো অধিক খৰচ কৰিছে। এই ধন অনগ্ৰসৰ দেশবোৰত আধুনিক শিল্প স্থাপন, আধুনিক যন্ত্ৰপাতিৰে কৃষিক সজ্জিত কৰিবৰ কাৰণে, আৰু এছিয়া, আফ্ৰিকা আৰু লেটিন এমেৰিকাৰ জনসাধাৰণক দাৰিদ্ৰ্য, ক্ষুধা আৰু ৰোগৰ ভীতিৰপৰা মুক্ত কৰিবৰ কাৰণে ব্যৱহাৰ কৰিব পৰা গলহেঁতেন।

কিন্তু এমেৰিকান বিত্তীয় কুলীন গোষ্ঠীয়ে এই ধন তাৰ আধিপত্য ৰক্ষা আৰু নতুন মাৰাত্মক অস্ত্ৰশস্ত্ৰ তৈয়াৰ কৰাত খৰচ কৰা বেছি পচন্দ কৰে। মাৰাত্মক আণবিক আৰু থাৰ্মনিউক্লিয়াৰ অস্ত্ৰবোৰৰ স্তূপীকৃত সঞ্চয়ে পৃথিৱীত জীৱনৰ অস্তিত্বকেই বিপন্ন কৰি তুলিছে।

কিন্তু একোৱেই সাম্ৰাজ্যবাদক ৰক্ষা কৰিব নোৱাৰে। ই এক ভৱিষ্যৎহীন

ব্যৱস্থা।" "আন্তৰ্জাতিক অৰ্থনৈতিক সংকটৰ কাৰণে মানৱীয় জীৱনৰ প্ৰাথমিক অৱস্থাৰ সৃষ্টি কৰিব নোৱাৰা এক ব্যৱস্থা একচেটিয়া পুঁজিবাদ বিশ্বজোৰা বৈপ্লৱিক জোৱাৰ জাগৰণৰ উৎস হৈছে। অভাৱনীয় পৰিমাণ অৰ্থ আৰু উৎপাদিকা শক্তি অপচয়কাৰী ই মাত্ৰ জীয়াই থকাৰ ব্যৱস্থাহে কৰিছে।

বেছি পৰিমাণে ধ্বংসাত্মক অস্ত্ৰশস্ত্ৰ স্তূপীকৃত কৰি, জনসাধাৰণক হুমিয়াই তাৰ আধিপত্য ৰক্ষা কৰি, আৰু হিংসাৰ আশ্ৰয় লৈ, সাম্ৰাজ্যবাদে তাৰ নিজৰ মৃত্যুদণ্ড ঘোষণা কৰিছে। সি অন্তঃস্থললৈকে উঁৱলিযোৱা এই ব্যৱস্থা শেষ কৰি দিয়াৰ প্ৰয়োজনীয়তা পৃথিৱীৰ জনসাধাৰণৰ সন্মুখত উত্থাপন কৰিছে।

একচেটিয়া পুঁজিবাদক ৰক্ষা কৰাৰ কোনো শক্তি নাই—ই পুঁজিবাদৰ শেষ স্তৰ। ইতিহাসে তাৰ ওপৰত দণ্ডাজ্ঞা ঘোষণা কৰিছে।

---

ছোভিয়েত দেশ প্ৰকাশনীৰ
তথ্যপূৰ্ণ কিতাপ কেইখনমান
পঢ়ক

---

বিশ্ব-সমাজতান্ত্ৰিক ব্যৱস্থা
আৰু
জাতীয় মুক্তি আন্দোলন
বেচ : ৩০ পইচা

*

ছোভিয়েত চিনেমা
( সচিত্ৰ পুস্তিকা )
বেচ : ৩০ পইচা

*

কৃষিক্ষেত্ৰত ছোভিয়েত-ভাৰত
সহযোগিতাৰ সুফল
বেচ : ৩০ পইচা

*

ছোভিয়েত ইউনিয়নত মুছলমান সম্প্ৰদায়
বেচ : ৩০ পইচা

প্ৰাপ্তিস্থান
ছোভিয়েত দেশ প্ৰকাশনী
১/১ উড ষ্ট্ৰীট, কলিকতা-১৬